## "কমলা"

১৯৩৫ চনৰ ৪ চেপ্তেম্বৰত "আলমোৰা" জেইলৰ পৰা মোক হঠাতে মুক্তি দিয়ে। খবৰ পালো যে মোৰ পত্নী শ্ৰীমতী কমলা নেহেৰু শয্যাশায়ী। তেওঁ মোৰ পৰা বহুত দূৰত। জাৰ্ম্মানিৰ অন্ধকাৰ হাবিত বাডেনৱালাৰ চেনিটেৰীয়ামত। মই খৰ খেদাকৈ অটোমবাইল বাছ আৰু ট্ৰেইনেৰে এলাহাবাদলৈ দৌৰ দিলো। দ্বিতীয় দিনা এলাহাবাদ পাই আকাশীযানেৰে ইউৰূপলৈ ৰাওনা হলো।

প্ৰথমতে আকাশীযানে মোক কৰাচীলৈ নিলে। পাচত বাগদাদ আৰু কাইৰু পালোহি। এলেক্‌জিন্দ্ৰিয়াৰ পৰা সাগৰ পথেদি ব্ৰিন্দিচি হৈ ট্ৰেইন যোগে চুইজাৰলেণ্ডৰ ওৱাচুললৈ গলো। ৯ চেপ্তেম্বৰৰ দিনা মই সন্ধ্যা বাডেনৱাল পালো। এলাহাবাদ এৰি বাডেনৱাল পাওতে মোৰ চাৰি দিন লাগিছিল। আৰু আলমোৰা জেইলৰ পৰা ওলাই আহি বাডেনৱাল পাওতে ৫ দিন লাগিছিল।

মই কমলাৰ ওচৰ পাওঁতে কমলাৰ মুখত সেই আগৰ সাহসিয়াল হাঁহিটি বিৰিঙ্গি উঠিছিল। কিন্তু কথা কোৱাত তেওঁক খুউব দুৰ্ব্বল দেখা গল। মোৰ উপস্থিতিয়ে তেওঁৰ মনলৈ কিছু পৰিবৰ্ত্তন আনিলে। পিচ দিনাৰ পৰা বেদনাৰ কিছু উপশম্ পাই ভাললৈ আহিল। ইয়াৰ পাছতেই আকৌ ক্ৰমান্বয়ে বেয়াৰ ফাললৈহে ঢাল ললে। আৰু জীৱনৰ প্ৰায় অৱসান হও হওঁ। তেওঁৰ মৃত্যুৰ কথা মই ভাবিবই নোৱাৰো। ভাবিছিলো তেওঁ লাহে লাহে ভালহৈ আহিছে আৰু ভাল হব। আনেক কোৱাৰ দৰে ডাক্তৰে মোকো আশা দিছিল ভাল হব বুলি। অলপ ভালপোৱা যেন দেখিলেই কিছু সময় তেওঁৰ লগত মই কথা পাতো আৰু মুখত বেদনাৰ ছাঁয়া দেখিলেই কথা বন্ধ কৰো। কেতিয়াবা ওচৰতে বহি তেওঁক মই পঢ়ি শুনোৱাৰ কথা এতিয়াও মনত পৰে। সেই খন কিতাপ ( Pearl Buck ) পাৰ্ল

বাকৰ "দি গুড্ আৰ্থ" (The Good Earth) মই কাষতে বহি পঢ়ি শুনালে তেওঁ বৰ আনন্দ পাইছিল। ৰাতিপুৱা আৰু আবেলি সৰু টাউনখনৰ পৰা বহু কষ্টেৰে খোজকাঢ়ি তেওঁৰ ওচৰলৈ নিতৌ মই অহা যোৱা কৰোঁ। কিছু সময়হে তেওঁৰ লগত আছিলো। মোৰ কবলগীয়া বহু কথা কওঁ কওঁ বুলিও মই তেঁওক কব নোৱাৰিলো। সময়ে সময়ে আগৰ কথা পুৰনা বন্ধু-বান্ধৱৰ কথা দুয়ো আমি পাতিছিলো। দুয়োৰো মনত অতীতৰ বহু স্মৃতি উদয় হৈছিল। তেওঁৰ দেহৰ অৱস্থা যদিও গুৰুতৰ তথাপিও আমি সুদুৰ ভৱিষ্যতেও কি কৰিম এই কথা উৎসাহ উদ্দীপনাৰে দুয়ো কৈছিল আৰু শুনিছিলো। চকুৰ চাৱনি তেওঁৰ উজ্জ্বল আছিল আৰু চাৱনিত কিবা বিশেষত্ব ফুটি উঠিছিল। মুখত সদায় আনন্দ বিৰিঙিছিল। বহু বন্ধুয়ে তেওঁক চাই ভাল দেখি আচৰিত হৈছিল। সেই উজ্জ্বল চাৱনি আৰু মিছিকিয়া হাহিয়ে সকলোকে প্ৰতাৰণাহে কৰিলে!

বসন্ত কালৰ সন্ধিয়া পৰত মই মোৰ কোঠালিত বহোঁ। কেতিয়াবা সেউজীয়া বননিৰ বাটত ইফালে সিফালে ফুৰোঁ। এই সময়ত কমলাৰ হাজাৰ প্ৰতিমূৰ্ত্তি মোৰ মানস পাটত ভাঁহি ফুৰে। তেওঁৰ হাজাৰ বিজাৰ মধুৰ গুণ গৰিমাই মোক আপ্লুত কৰি তোলে।

আমাৰ বিয়া হোৱা আজি কুড়ি বছৰ পাৰ হল। তথাপিও তেওঁৰ নতুন নতুন প্ৰতিমূৰ্ত্তি মোৰ আগত থিয় দি মানসিক বল ও শাৰীৰিক সুখৰ ইন্ধন যোগায়। তেওঁক মই বহু ৰকমেই চিনিছো, জানিছো আৰু বুজিবলৈ যত্ন কৰিছো। তেওঁৰ সেই মধুৰ বুজনিয়ে মোক কেতিয়াও প্ৰতাৰণা কৰা নাই। কিন্তু মই নিজে নিজে ভাবো সঁচাকৈয়েই তেওঁক মই বুজি পাইছোনে নাই। কিছুমান ছায়া মায়া তেওঁৰ ভিতৰত আছিল যি বিলাক মই সহজে বুজি নাপাও। তেওঁৰ দৃষ্টিত কেতিয়াবা মই এজন অচিনাকী মানুহ হৈ পাৰো।

অলপ লিখা পঢ়াত বাজে তেওঁ বেচি লিখা পঢ়া নাজানিছিল। তেওঁ আমাৰ মাজলৈ আহিছিল একো নজনা অশিক্ষিত এজনী ছোৱালী



হৈ। সেই একো নজনা ছোৱালীজনীৰ অভ্যাস আজিও তেওঁ হেৰুৱা নাই। যেতিয়াই শাৰিত ভৰি দিলে তেতিয়াই তেওঁৰ ৰূপ আৰু অভ্যাস পৰিবৰ্ত্তন হল। তেওঁৰ চাৱনীত গভীৰতা আৰু শৃঙ্খলতাৰ বিৰাট প্ৰতিমূৰ্ত্তি প্ৰজ্জ্বলিত হল।

আজি-কালি ছোৱালীৰ দৰে চলন ফুৰণত তেওঁ নাছিল। তথাপিও বৰ্ত্তমানৰ অভ্যাস তেওঁ বঢ়িয়াকৈ আয়ত্ব কৰিছিল। বিশেষ-ভাবে তেওঁ এগৰাকী ভাৰতীয় ছোৱালী আৰু অভ্যাসত এগৰাকী কাশ্মিৰী জীয়ৰী। যি লোকক তেওঁ চিনি নাপাই সেই লোকৰ ওচৰত তেওঁ খুউব গহীন। যাক চিনি পাই বা জানে তেওঁলোকৰ ওচৰত তেওঁ আত্মীয়ৰ দৰে খুলি কথা কয় আৰু আনন্দত আত্মহাৰা হয়। ভাল বেয়া বিচাৰ তেওঁ তৎক্ষণাৎ কৰিব পাৰিছিল। কোনো মানুহক যদি তেওঁ বেয়া পাই সেই বেয়া পোৱা ভাব তেওঁ মনৰ মাজত লুকাই থব নাজানিছিল। কেতিয়াবা গুপুত কৰিব বিচাৰিলেও আপোনা-আপুনি ব্যক্ত হৈ পৰে।

আমাৰ বিয়াৰ কথা মোৰ মনত পৰিছে। কমলাক মই সৰ্ব্বান্তঃ-কৰণে ভাল পাইছিলো যদিও তেওঁক সঘনে পাহৰি আছিলো। বিয়াত যি দৰে আমি বান্ধ খাইছিলো সেইদৰে তেওঁ মোক ওচৰত পোৱা নাছিল। কাৰণ সেই সময়ত মই নিজে ভালপোৱা কল্পনা ৰাজ্যত ওপঙি ফুৰিছিলো। মোৰ লগত বা কাষত থকা সকলোকে মাথো মই ছায়াঁমায়া ভাবেহে দেখা পাইছিলো। যি কাম মই নিজে ভালপাও বা যি বিষয়ত মই আকৃষ্ট হওঁ তাক কাৰ্য্যত পৰিণত কৰিবলৈ দেহেকেহে খাটি ভালপাওঁ। অবসৰ সময়ত কমলাৰ প্ৰতিমূৰ্ত্তিয়ে মোক ঘৰলৈ টানি নিব খোজে। মোৰ কাষত থাকিলে তেওঁৰ মন প্ৰাণ শীতল হয়। তেও ভৰপূৰ কৰিছিল নতুন উৎসাহ উদ্দীপনাৰে মোৰ অবশ ভাগৰুৱা প্ৰাণ। শিকিছিলো বহু কথা তেওঁৰ পৰা মই। ময়েহে কিন্তু তেওঁক একো দিব নোৱাৰিলো। মোৰ হিয়াত তেওঁ গভীৰভাবে লীনহৈ আছে। কিবা কামত সহায় কৰিব

খুজিলেও তেওঁ মোৰ ওচৰত কোনো সহায় নিবিচাৰে। জাতীয় কংগ্ৰেছৰ যুদ্ধত তেওঁ নিজেই কৰ্ম্মৰ জৰিয়তে পৃথিবীৰ মানুহৰ আগত তেৱোঁ দাঙ্গি ধৰিব খুজিছিল তেওঁৰো দেশৰ প্ৰতি থকা গধূৰ দায়িত্ব। পৃথিবীৰ কোনো বস্তুয়েই ইয়াতকৈ আৰো মোক আনন্দ দিব নোৱাৰে।

কাৰাগাৰে প্ৰায়েই মোক তেওঁৰ পৰা আতঁৰাই ৰাখিছিল। কেতিয়াবা হয়তো তেওঁ বেমাৰত পৰি মোক ওচৰত নাপাই বেদনাত ছট্‌ফটাইছিল। বিশ্বকবি ৰবীন্দ্ৰনাথৰ নাটকীয় চিত্ৰাই কোৱাৰ দৰে তেওঁ মোক কয়। মই চিত্ৰা। তুমি যদি মোক তোমাৰ কাষতে থাকিবলৈ দিয়া তোমাৰ লগতে সকলো দুখ সুখৰ ভাগ লবলৈ দিয়া তেন্তে তুমি মোক প্ৰকৃত ৰূপত দেখা পাবা। এই কথা তেওঁ মোক ভাষাৰে জনোৱা নাই, জনাইছে চকুৰ পচাৰেৰে।

১৯৩০ চনত জাতীয় কংগ্ৰেছত আমি দুয়ো একে লগে দেশৰ কাম কৰিছিলো। মই তেওঁৰ সেই ভাবৰ পৰিচয় পাই আনন্দত আত্মহাৰা হলো। জীৱনযাত্ৰাৰ সোঁতত কিছুদিন আমাৰ ভাঁহি গল। ক্ৰমান্বয়ে জাতীয়তাৰ জাগৰণে দেশ আৱৰি পেলালে। সেইদিন বিলাক আমাৰ কাৰণে বৰ মধুৰ আছিল। কিন্তু সোনকালেই শেষ হৈ গল।

এপ্ৰিল মাহৰ শেষ ভাগত সমাজৰ আইন অমান্য আন্দোলনে গোটেই দেশ আবৰি পেলালে। চৰকাৰৰ অত্যাচাৰত মানুহৰ দুখে কুলাই পাচিয়ে নধৰা হ'ল। মই আকৌ জেইলত বন্দী হলো। প্ৰায় বিলাক মতা মানুহ জেইলত। আনন্দৰ কথা যে আমাৰ দেশৰ মাতৃ জাতীয়ে আহি স্বাধীনতা সংগ্ৰামত অগ্ৰস্থান অধিকাৰ কৰিলেহি। মাতৃ জাতীয়ে সকলোতেই আগভাগ ললেহি। পাহাৰ বাগৰি বৰফ পৰাদি মাতৃজাতি ৰনস্থলীলৈ নামি আহিল। বৃটীশ চৰকাৰৰ ডাঙ্গৰ ডাঙ্গৰ কৰ্মচাৰীকে আচৰিত কৰি তুলিলে। উচ্চ শ্ৰেণীৰ, মজলীয়া শ্ৰেণীৰ, বনুৱা শ্ৰেণীৰ, কৃষক ধনী দুখীয়া সকলোৰে জীয়ৰী বোৱাৰী ইমান দিনে কেৱল ঘৰৰ ভিতৰত সোমাই দিন নিয়াইছিল। এতিয়া তেওঁলোক হাজাৰে হাজাৰে ঘৰৰ ভিতৰৰ পৰা



ওলাই আহি চৰকাৰৰ হুকুম অগ্ৰাহ্য কৰি পুলিচৰ লাঠিৰ সম্মুখীন হৈ দেশ সেৱাত নামি গল। তেওঁলোকে কেৱল অন্তৰত থকা সাহসিকতা-মাথো চিনাকি দিলে এনে নহয় কামৰ শৃঙ্খলতাৰে পৰিস্কাৰ ভাবে দেখুৱাই দিলে যে তেওঁলোকৰ ভিতৰতো কাৰ্য্যৰ ক্ষমতা আছে।

মই নাইনিতাল জেলতেই ভাৰতৰ মাতৃ জাগৰণৰ বাতৰি পাই আনন্দত নাচি উঠিলো। সেই কথা মই কেতিয়াও পাহৰিব নোৱাৰোঁ। সেই সময়ত আমাৰ অন্তৰ শোক আৰু—আনন্দত অভিভূত। চকুত হৰ্ষ আৰু বিষাদৰ লোটক। দেখা শুনাকৈ আমাৰ মাজত আমাৰ দেশৰ কথা আমি আলোচনা কৰিবই নোৱাৰোঁ। শেষত দেউতায়ো বন্দী হল আৰু নাইনিতাল জেলতেই আমাৰ লগ লাগিল। তাতেই তেওঁ আমাক আমি নজনা বহু কথা কলে। দেউতাইও আইন অমান্য আন্দোলনৰ নেতৃত্ব কৰিছিল আৰু দেশৰ মাতৃ জাতিক এই পথ দেখুৱাই উৎসাহিত কৰিছিল। এই আন্দোলনৰ আগতে লৰা ছোৱালীয়ে যদি কেতিয়াবা পুলিশৰ লগত পথে ঘাটে গণ্ডগোল কৰা শুনে তেওঁ বৰ বেয়া পাইছিল। এতিয়া কিন্তু নিজৰ বোৱাৰী জীয়াৰীকো পুলিচৰ বিপক্ষে দেশৰ কাৰণে আইন অমান্য কৰি থিয় দিবলৈ মৰমেৰে তেওঁ সাবতি ধৰিলে।

১৯৩১ চনত দেউতাৰ নিৰ্দ্দেশত ভাৰতৰ সকলো ঠাইতে ২৬ জানুৱাৰীৰ দিনা সভা সমিতি পাতি ভাৰতৰ সম্পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে। এই দিনটোক ভাৰতৰ স্বাধীনতা দিন হিচাবে পালন কৰিবলৈ প্ৰস্তাৱ ডাঙ্গি ধৰিলে। এই বিলাক মিতিং পুলিশে বন্ধ কৰিছিল আৰু আনকি সভাত উপস্থিত হবলৈ যোৱা লোকৰ ওপৰতো জোৰ জুলুম কৰিছিল। দেউতাই এই মিতিং বিলাক বেমাৰত পৰি শয্যাৰ পৰাই আয়োজন কৰিছিল। দেউতাই সঁচাকৈয়েই বৰ ডাঙ্গৰ কাম কৰিছিল কাৰণ আমি দেশৰ বা বাতৰি কোনো বাতৰি কাকতৰ জৰিয়তে নতুবা টেলিগ্ৰামৰ জৰিয়তে দিব পৰা নাছিলো। বিশাল ভাৰতৰ গাৱেঁ ভুঞে নিজ নিজ ঠাইৰ ভাষা অনুযায়ী এই দাবী সকলো

প্ৰান্তৰতে বিয়পি পৰিল। ইয়াৰ দহ দিনৰ পাচত দেউতাই ইহলীলা সম্বৰণ কৰে। দাবিৰ প্ৰস্তাৱ সমূহ দীঘলীয়া আছিল। ইয়াৰ এটা অংশতহে ভাৰতৰ মাতৃজাতিৰ বিষয়ে উল্লেখ হৈছিল। মাতৃজাতিয়ে আমাৰ দেশৰ বিপদৰ সময়ত দেখুওৱা সাহস আৰু ত্যাগৰ আমি শলাগ লৈছো। তেওঁলোকলৈ আমাৰ গভীৰ সন্মান আৰু ধন্যবাদ জ্ঞাপন কৰিছো। আমাৰ মাতৃজাতিয়ে দেশৰ স্বধীনতা সংগ্ৰামত মানুহৰ লগত এক হৈ শত বাধা বিঘিনিক আওকান কৰি দেশৰ কাৰণে ঘৰৰ ভিতৰৰ পৰা ওলাই আহি বহু নিৰ্য্যাতন ভূগিছিল। এই কামত কমলাই এলাহাবাদত বিশেষ সাহসিকতাৰে দেশৰ গধূৰ বোজা কান পাতি লৈছিল। আমি সকলো তেতিয়া জেইলত। তেওঁৰ নিৰ্ভীকতাত আৰু সাহসিকতাত সেই কেইমাহে এলাহাবাদত গৌৰবৰ হেন্দোলনি বাগৰি পৰিছিল।

দেউতাৰ শেষ শয্যাৰ সময়তহে আমি লগ লাগিছিলো। সেই মিলন আমাৰ জনমভূমিৰ নতুন দিগন্ত ৰচনা কৰাৰ সহকৰ্ম্মীৰহে। দুয়োৱে ইজনে সিজনৰ কৰ্ত্তব্য পন্থাত ভালকৈ বুজিছিলো। ইয়াৰ কেইমাহ মানৰ পিছত জীয়ৰী ইন্দিৰাৰে সৈতে সিংহল দ্বীপলৈ ফুৰিবলৈ যাওঁ। এই ভ্ৰমণে আমাক নতুন অনুপ্ৰেৰণাৰে অনুপ্ৰাণিত কৰে। আমাৰ জীৱন যাত্ৰাক নতুনকৈ গঢ় দিবলৈ ইয়েই আমাক সুযোগ দিলে।

কৰ্ত্তব্যৰ আহ্বানত সিংহলৰ পৰা সোনকালেই ভাৰতলৈ আহিলো। আহিয়েই জেইলত আৰব্ধ হলো। ইয়াৰ বাহিৰে বেচিদিন একেলগে জীৱন যাপন কৰিবলৈ আৰু আমাৰ ইহ জীৱনত সুযোগ নিমিলিল। দুবছৰকৈ দুবাৰে মই জেইলত সোমালো। শেষৰবাৰ জেইলৰ ম্যাদ শেষ নৌ হওঁতেই কমলা মৃত্যু শয্যাত পৰিল।

১৯৩৪ চনত যেতিয়া মোক কলিকতাৰ পৰোৱানা জাৰিত গ্ৰেপ্তাৰ কৰিবলৈ যায় কমলাই মোৰ কাৰণে কাপোৰ আনিবলৈ আমাৰ শোৱা কোঠাত সোমায়। তেওঁৰ পৰা বিদায় লবলৈ মই তেওঁৰ পাচে পাচে



যাওঁ। হঠাৎকাৰে তেওঁ মোৰ গাত ধলি পৰি অজ্ঞান হৈ পৰিল। এই পৰিস্থিতি অবাঞ্চিত আছিল। কাৰণ প্ৰত্যেক বাৰেই আমি হাঁহি মুখে কাৰাগাৰ বৰণ কৰিছো। হব পাৰে এই বুলি যে ইয়েই হয়টো আমাৰ ইহ জীৱনত দুয়োৰে শেষ দেখাদেখি। হয়টো আমাৰ আৰু দেখা দেখি নহবও পাৰে।

দীঘলীয়া দুবছৰীয়াকৈ দুটা জেইলৰ সময় যেতিয়া আমাৰ দুয়োৰো লগ লগাৰ মাজত আহি পৰিল ইটোৱে যিটোক তেতিয়া ওচৰত পাবলৈ হিয়া ধুনি আৰ্ত্তনাদ কৰিছিলো। ফাটেকত বন্দী হৈ থাকোতে কমলাৰ মুখখন মোৰ চকুৰ আগত সদায় ভাঁহিছিল। কল্পনা কৰিছিলো কমলাই কেনেদৰে জীৱন যাপন কৰিছে, দুয়ো আমি কেতিয়ানো আকৌ লগ লাগিম। ক্ষন্তেক সময়ৰ কাৰণেহে কেতিয়াবা আমাৰ দেখাদেখি হয় জেইলত। সেই সময়ত ইজনে সিজনৰ অন্তৰৰ ব্যথা ব্যক্ত কৰা মানে ইজনে সিজনৰ মনত কষ্ট দিয়া। গতিকে অন্তৰৰ ব্যথা কোনেও ব্যক্ত কৰা নাছিলো। তেওঁৰ অন্তৰত কিছুমান গধূৰ বেদনাই কষ্ট দিছিল। সেই বেদনা মই জেইলৰ পৰা উপশম কৰিব নোৱাৰো।

বাডেনৱালত থাকোতে এই বিলাক চিন্তাই মোক জুমুৰি দি ধৰিছিল। সকলো নীৰৱে সেই নিৰ্জ্জন বননিত পাৰ কৰি দিলো। মই চিন্তাত মগ্ন হলো। অতীত জীৱন মোৰ চকুৰ আগত ভাঁহি উঠিল। মোৰ কাষতেই ওচৰত কমলাক থিয় হৈ থকা দেখা পালো। মোৰ মনত তেওঁ ভাৰতীয় মাতৃজাতিৰ প্ৰতিমূৰ্ত্তি। সময়ে সময়ে তেওঁ মোৰ লগত মোৰ প্ৰাণতকৈয়ো অধিক ভাল পোৱা মোৰ জনমভূমি ভাৰত দেশৰ কথাত যোগ দিয়ে।

কমলা কি আছিল? কমলাক মই বুজি পাইছিলো নে? বা তেওঁ মোক জানিব পাৰিছিলনে নাই? কাৰণ ময়ো তেওঁক মোৰ ব্যৱহাৰত অন্ধকাৰত ৰাখিছিলো। নতুবা মোৰ ব্যৱহাৰত তেওঁ তেওঁৰ অন্তৰৰ কথা মোৰ আগত প্ৰকাশ কৰিবলৈ ভয় কৰিছিল।

নিৰ্ম্মল, পবিত্র জীৱন যাপন কৰাত স্বামী স্ত্ৰীয়ে সংসাৰৰ সুখ, দুখ বেজাৰৰ সকলোৰে ভাগ লোৱা উচিত।

ভাৰতবৰ্ষৰ বজাৰত বিক্ৰি কৰা ছবিৰ ভিতৰত মোৰ আৰু কমলাৰ ছবিয়ে সুকীয়া ৰূপত প্ৰদৰ্শিত হৈছিল। দুয়োকে আদৰ্শবাদী বুলি ধৰিছিল। সকলোৱে কল্পনা কৰিছিল আমাক ভাগ্যবান বুলি। সিংহল দ্বীপত সকলোৱেই এই কথা ব্যক্ত কৰিছিল আৰু ময়ো কমলাক আমি ভাগ্যবান বুলিয়েই কৈছিলো যদিও জীৱনত আমি শতঘাট প্ৰতিঘাটত জলাকলা। মানবীয়তাৰ মধুৰ সপোন কিমান যে আনন্দ-দায়ক আৰু অমূল্য সম্পদ।

১৯৩৫ চনৰ খৃষ্টমাষ্ট। কমলাৰ অবস্থা কিছু ভাললৈ আহিছে। যদিও এই উপশম বিশেষ মন কৰিব লগীয়া নহয়। তথাপি আগৰ কেইদিনৰ কষ্টলৈ চাই ভাললৈ অহা যেন লাগে। এইদৰে কমলাৰ স্বাস্থ্য এমাহ মানলৈকে ভাললৈ অহা দেখি সেই সুযোগতে মই আৰু জীয়াৰী ইন্দিৰা কেইদিন মানৰ কাৰণে ইংলণ্ডলৈ গলো। আঠ বছৰ ধৰি মই ইংলণ্ডলৈ যোৱা নাই। সেই কাৰণে বন্ধু সকলে মোক যোৱ দি নিমন্ত্ৰণ কৰিছিল! মই পুনৰ বাডেনৱাললৈ আহিলো আৰু আগৰ নিয়ম পালন কৰিলো।

শীতকাল আহি উপস্থিত হল। বৰফে দূৰৰ দৃশ্যপট আবৰি ধৰিলে। শীতকাল অহাৰ লগে লগে কমলাৰো স্বাস্থ্যৰ অৱনতি ঘটিল। তেওঁৰ জীৱনৰ মহাসন্ধিক্ষণ আহি পৰিল। তেওঁৰ জীৱনৰ প্ৰায় শেষ মূহূৰ্ত্ত আহোঁ আহোঁ।

১৯৩৫ চনৰ শেষৰ দিন বিলাক মই কেনেদৰে বিদায় দিলো নিজেই কব নোৱাৰোঁ। কিমান দিন আৰু কমলা জীয়াই থাকিব এই ভাব সঘনে মোৰ মনলৈ আহি মোক পাগল কৰি তুলিলে। সেই শীতল দিনৰ বগা শীতল চাঁয়াপট মোৰ কাৰণে মৃত্যুৰ জীৱন্ত প্ৰতিমূৰ্ত্তি হ'ল। দূৰ সুদূৰৰ জীৱন যাত্ৰাৰ সকলো আশা আৰু ভৰষাৰ থল মই হেৰুৱাই পেলালো।



এইবাৰো কমলাই মৃত্যুৰ লগত বহু যুদ্ধ কৰি ৰ'ল। তেওঁ কিছু ভাল পাই বাডেনৱালৰ পৰা নিবলৈ কলে। সেই ঠাই তেওঁ একেবাৰেই ভাল নোপোৱা হল। বিশেষকৈ তেওঁৰ বেয়া লাগিল এজন ৰুগীৰ তাত মৃত্যু হোৱাত। সেইজন ৰুগীয়ে প্ৰায়েই তেওঁক ফুল উপহাৰ দিছিল। সেই ৰুগীজন আছিল এজন আইৰিচৰ লৰা। তেওঁৰ স্বাস্থ্য কমলাতকৈ বেচ ভাল আছিল। আনকি ডাক্তৰে তেওঁক ফুৰিবলৈকো অনুমতি দিছিল। সেই লৰাজনৰ হঠাতে মৃত্যু হোৱাত সেই বাতৰি তেওঁৰ পৰা লুকাই ৰাখিবলৈ বৰ যত্ন কৰিছিলো আমি। কিন্তু নোৱাৰিলো।

জানুৱাৰী মাহত অন্য এটা যাত্ৰা কৰিলো পেৰিচলৈ। সেইবাৰো মই লণ্ডন লৈ গলো। লণ্ডনতেই মই বাতৰি পালো যে দ্বিতীয়বাৰৰ কাৰণে ভাৰতৰ জাতীয় কংগ্ৰেছে আকৌ মোকেই সভাপতি মনোনীত কৰিছে। এই সভা এপ্ৰিল মাহত বহিব। এই কথা মই কিছু আগৰ পৰাই গম পাই আহিছো। মোৰ বন্ধুসকলে এই কথা মোক আগতেই উনুকিয়াইছিল। মই কমলাৰ লগত এই বিষয়ে আলোচনা কৰিলো। মই মহা সন্ধিক্ষণত পৰিলো। এফালে মহা সঙ্কটাৱস্থাত কললাক এৰি যোৱা আনফালে জাতীয় কংগ্ৰেছৰ সভাপতি পদ ত্যাগ কৰা। কমলাই মোক তেনে কৰিবলৈ নিদিলে। তেওঁ মোক ভাৰতলৈ যাব অনুমতি দিলে। তেওঁৰ স্বাস্থ্যৰ কিছু উন্নতি দেখি ময়ো ভাবিলো যে ভাৰতৰ কাম সমাধা কৰি আহি তেওঁৰ ওচৰত হাজিৰ হবহি পাৰিম।

১৯৩৬ চনৰ জানুৱাৰী মাহৰ শেষ ভাগত বাডেনৱালৰ পৰা কমলাক চুইজাৰলেণ্ডৰ "লাইচেনী" চেনিটেৰীয়ামলৈ নিয়া হল।

## "মৃত্যু"

মই আৰু কমলা দুয়োয়েই চুইজাৰলেণ্ডলৈ যোৱাৰ কথা ভাবিছিলো। এটা নতুন পৰিবৰ্ত্তনৰ কাৰণে। চুইজাৰলেণ্ড আহি পালো। চুইজাৰলেণ্ডৰ প্ৰাকৃতিক সৌন্দৰ্য্যই কমলাক আনন্দ দিলে। ময়ো ঘৰতে থকাৰ দৰেই অনুভব কৰিলো। কাৰণ মোৰ বহু পুৰণা বন্ধু ইয়াত লগ পালো। চুইজাৰলেণ্ডৰ সকলো বিলাক প্ৰায় মোৰ পৰিচিত। ইয়াতো কমলাৰহে অৱস্থাৰ কোনো পৰিবৰ্ত্তন নেদেখিলো। আৰু দূৰ ভবিষ্যততো তেওঁৰ স্বাস্থ্যৰ অবনতিৰ কোনো চিন নাই। আগৰ দৰেই কিছু কিছু উপশম্ পাই একেদৰেই চলি আছে। ইতিমধ্যে ভাৰতলৈ যাবৰ কাৰণে বন্ধু বান্ধব সকলে বৰ যোৰ কৰিছে। মোৰ মন অশান্তিৰে পৰিপূৰ্ণ হল। দেশৰ কথাই মোক আগুৰি ধৰিলে। কেই বছৰমান মই কাৰাবদ্ধ হৈ দেশৰ কামৰ পৰা, সমাজৰ কামৰ পৰা অব্যাহতি পাইছিলো। লণ্ডন আৰু পেৰিচৰ ভ্ৰমণে মোক উগ্ৰ কৰি তুলিলে। মই দেশৰ সেৱাৰ পৰা বাহিৰত থাকিব নোৱাঁৰা হলো।

এই বিষয়ে মই কমলাৰ লগত আলোচনা কৰিলো। ডাক্তাৰৰো পৰামৰ্শ ললো। তেওঁলোকে মোক সন্মতি দিলে আৰু সেই অনুযায়ী মই ভাৰতলৈ আহিবলৈ সাজু হলো। আকাশী যানত টিকেট 'বুক' কৰিলো। ফেব্ৰুৱাৰী ২৮ তাৰিখে যোৱা থিক হল। মই অনুমান কৰিছিলো কমলাই মোক তেওঁৰ কাষৰ পৰা এৰি দিবলৈ একেবাৰেই ভাল নাপাইছিল। তথাপিও মুখেৰে এই যাত্ৰা বন্ধ কৰিবলৈ একোকেই উচ্চাৰণ নকৰিলে। মই ভাৰতত বেচি দিন নাথাকো বুলি তেওঁক জনালো। দুই তিনি মাহৰ ভিতৰতে ঘুৰি আহিম বুলিও তেওঁক সময় দিলো! আৰু কথা দিলো যে যদি তেওঁ বিচাৰে মই আৰু সোনকালে আহিব লাগে তেন্তে এটা কেব্‌লৰ বাতৰি পালেই এক সপ্তাহৰ ভিতৰতে তেওঁৰ ওচৰত আহি মই উপস্থিত হম।



মই ভাৰতলৈ যাবলৈ ৪ কি ৫ দিনমান্ আছে। ওৱেক্স স্কুলৰ পৰা আহি ইন্দিৰাও আমাৰ লগত আছেহি। ডাক্তৰে মোৰ এই যাত্ৰা এসপ্তাহ কি দহদিনমান বন্ধ কৰিবলৈ উপদেশ দিলে। ইয়াত বাদে মোক আৰু ডাক্তৰে একো কথা নকলে। মই তেওঁৰ কথা অনুযায়ী আকৌ অইন ৰিজাৰ্ভেশন কৰিলো।

শেষৰ দিনবিলাকত কমলাৰ অৱস্থাৰো সাল সলনি হব ধৰিলে। শাৰিৰীক অৱস্থা ভালেই কেৱল মানসিক অৱস্থাৰহে অৱনতি ঘটিছে। তেওঁ মোক কব ধৰিছে যে তেওঁৰ ওচৰলৈ কোনো লোক্ আহি তেওঁক মাতিছে। মই চালে কিন্তু একো দেখা নাপাও।

২৮ ফেব্ৰুৱাৰীৰ আগমূহুৰ্ত্তত কমলাই সকলোকে কন্দুৱাই ইহ জীৱনৰ কাৰণে মোৰ পৰা বিদায় ললে। ইন্দিৰা মোৰ লগতেই আছিল। বিপদ সম্পদৰ বন্ধু ডাক্তৰ "অটলুও" সকলো সময়তে আমাৰ লগতেই আছিল। চুইজাৰলেণ্ডৰ ওচৰৰ চহৰৰ পৰাও কেইবা গৰাকীও বন্ধু আহিল! আমি কমলাৰ মৃত দেহ লাইচেনীৰ শ্মশান ভুমিলৈ লৈ গলো। ক্ষন্তেক সময়ৰ ভিতৰতেই সেই ধুনীয়া শৰীৰ সেই ধুনীয়া মুখ, সেই ধুনীয়া মুখৰ হাঁহি ধুলিৰ লগত মিহলি হল। এটা মাটিৰ পাত্ৰত আহি তেওঁৰ শেষৰ অস্থিসমূহ ৰলহি।

যি বন্ধনে মোক লাইচেনী আৰু ইউৰূপত ৰাখিছিল সেই বন্ধন চিঙ্গি গল। মই আৰু তাত থকাৰ এতিয়া কোনো আৱশ্যকতা নাই। সচাঁকৈয়েই মোৰ ভিতৰৰ পৰা মই নজনাকৈয়েই কিবা এডাল হিয়া বীনৰ তাৰ চিঙ্গি গল। অন্ধকাৰে মোক আগুৰি ধৰিলে! মোৰ মনে থিক ভাবে কাম কৰিব নোবাৰা হ'ল। ইন্দিৰাৰে মই কেইদিন মান নীৰলে কটাম বুলি মনট্ৰেক্সলৈ গলো।

মনট্ৰেক্সত থাকোতেই ইটালীয়ান কন্চাল জেনেৰেল লাইচেনীৰ পৰা আহি মোক দেখা কৰে। আৰু চিনৰ মুসলীনীয়ে মোৰ পত্নীৰ বিয়োগত গভীৰ দুখ প্ৰকাশ কৰাৰ কথা মোক জনায়। এই কথাত মই এক ৰকম আচৰিত হৈছিলো। কিয়নো চিনৰ মুসলীনীক মই

কোনো কালে লগ পোৱা নাই। ময়ো মোৰ গভীৰ কৃতজ্ঞতা চিনৰ মুসলীনীক জনাবলৈ কন্চাল জেনেৰেলক কৈ পথালো। কেই সপ্তাহমানৰ পিচতেই ৰোমৰ পৰা মোৰ এজন বন্ধুয়ে জনালে যে চিনৰ মুসলীনীয়ে মোক লগ পাবলৈ বৰ ইচ্ছুক। সেই সময়ত মই ৰোমলৈ যোৱাৰ কোনো প্ৰশ্নই উঠিব নোৱাঁৰে। যেতিয়া মই ভাৰতলৈ উভতিবৰ সময় হল ৰোমত চিনৰ মুসলীনীক লগ পোৱাৰ কথাটো মোক পুনঃ পুনঃ কবলৈ ধৰিলে।

যদিও এই কথাটো মই একেবাৰেই বাদ দিব খুজিছিলো তথাপি ভদ্ৰতাৰ খাটিৰত মোৰ অনিশ্চাস্বত্বেও তেওঁক লগ পোৱাৰ ইচ্ছা হৈছিল। ডিউকনো কোন কেনে ধৰণৰ তাকে জানিবলৈ মোৰ আগ্ৰহ জন্মিছিল। কিন্তু সেই সময়ত আবিসীনীয়াৰ যুদ্ধ চলি আছিল। এনে সময়ত মোৰ ৰোমত উপস্থিতিয়ে ফেচিষ্টতৰ পক্ষপাতীতাৰহে প্ৰমাণ কৰিব। কাৰণ এনে ধৰণৰ প্ৰচাৰ কাৰ্য্য আমাৰ ভাৰতীয় ছাত্ৰসকলৰ অজ্ঞাতেই চলি আহিছে। আনকি ইটালীৰ বাতৰি কাকতেও মহাত্মাগান্ধীক মিছাকৈয়েই ১৯৩১ চনত চিনৰ মুসলীনীৰ লগত দেখা সাক্ষাত হৈছে বুলি প্ৰচাৰ কৰিছিল। গতিকে মই চিনৰ মুসলীনীৰ লগত দেখা সাক্ষাত নকৰাটোকেই থিৰাং কৰিলো। মোৰ অক্ষমতাৰ কাৰণে দুখ প্ৰকাশ কৰি মই বন্ধুলৈ লিখিলো আৰু ভুল নবুজিবৰ কাৰণে চিঠি ও টেলিগ্ৰামো পঠালো। এই সকলো বিলাক কথা চলি আছিল কমলাৰ মৃত্যুৰ আগৰ পৰাই। কমলাৰ মৃত্যুৰ বাতৰি জনাই পুনৰ সেই বন্ধুলৈ মই মোৰ অপাৰগতাৰ কথা লিখি জনালো।

এই সকলো বিলাক লিখিবলৈ মোৰ বিশেষ দৰকাৰ হ'ল। কাৰণ মই ৰোমৰ পথেদি বিমানেৰে ভাৰতলৈ যাম আৰু এই বিমান যাত্ৰাত এৰাতি ৰোমত থাকিবও লাগে। মই এই বিমান পথ কোনো পথ্যেই এৰাই যাব নোৱাৰোঁ।

মনট্ৰেক্সত থকা কেইদিন মানৰ পাচতেই মই জেনেভা আৰু



মাৰচেইলিচলৈ গলো। পাচত পূবৰ আকাশীজানৰ ( K. L. M. ) কে এল্ এমত উঠি ৰোম আহি পালো। ৰোম আহি পোৱাৰ লগে লগেই ৰোমৰ এজন ডাঙৰ বিষয়া আহি মোক চিনৰ মুসলীনীৰ মন্ত্ৰী সভাৰ এখন চিঠি দিলে। তাত লিখিছে যে ডিউকে মোক লগ পালে সুখী হব আৰু এই মিতিঙৰ কাৰণে সন্ধিয়া ৬ বজাত সময় নিৰ্দ্ধাৰিত কৰিছে। মই বৰ আচৰিত হলো। আৰু মই আগতেই জনেৰো কথা বিলাকলৈ উন্নুকিয়াই দিলো। কিন্তু তেওঁ মোক জনাই দিলে যে ইতিমধ্যে এই মিতিঙৰ চুৰান্ত ভাবে আয়োজন কৰা হৈ গল্ আৰু ইয়াৰ অন্যথা এতিয়া কৰিব নোৱাৰে। প্ৰকৃততে তেওঁ যদি এই মিতিং পাতিব নোৱাৰিলে হয় তেন্তে তেওঁক কামৰ পৰাই বৰখাস্ত কৰিলে হেতেন। মোক আৰু তেওঁ জনালে যে এই মিতিঙৰ বিষয়ে কোনো কাকতে উল্লেখ নকৰে। মাত্ৰ কেই মিনিট মানৰ কাৰণেহে ডিউকক মই দেখা দিব লাগে। ডিউকে নিজে জৱাহৰলালৰ লগত কৰমৰ্দ্দন কৰিব আৰু জৱাহৰলালৰ পত্নীৰ বিয়োগত সমবেদনা জনাব। এঘণ্টা এনেভাবে আলোচনা হোৱাৰ পাচত মই ডিউকলৈ এটা "টেলিফোন মেচেইজ" পঠালো! মই বৰ ভাগৰুৱা যাব নোৱাৰি নিজে বৰ দুখীত সেই সন্ধিয়াই মই চিনৰ মুসলীনীলৈ নিজে গৈ তেওঁৰ মিমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰি তেওঁক ধন্যবাদ জনাই আৰু মোৰ অপাৰগতাৰ কাৰণে দুখপ্ৰকাশ কৰি এখন চিঠি লিখো।

পিচদিনা মই মোৰ বিমান যাত্ৰা আৰম্ভ কৰিলো—কেইৰুত মোক পুৰণা বন্ধুয়ে লগ পাবলৈ বাটচাই আছে। তাৰ পাচত পশ্চিম মৰুভূমিৰ পথত। বহু কথা বহু ঘটনায় মোক গোটেই আকাশীপথতে আৱৰি ধৰিলে। কেইৰু এৰি পশ্চিম মৰুভূমিৰ বিশাল খণ্ডত গৈ থাকোঁতে ঘণ্টাৰ পাচত ঘণ্টা অতিবাহিত হল। মোৰ চাৰিওফালে এক বিৰাট শূন্য। কমলাক হেৰুৱাই মই অকলশৰীয়া হৈ একোকেই ভাবিব নোৱাৰা হলো। কমলাক মই দূৰ দেশান্তৰ শ্মশানত অকলে

এৰি থৈ ঘৰলৈ ওভটিছো। মোৰ ওচৰত এইয়া এটা সৰু পাত্ৰ। কিছুমান ছাই আৰু এঙ্গাৰ।

এইয়া কমলাৰ অস্থি পিণ্ড। কমলা আৰু মোৰ কাযত নাই। চাৰিওফালে মোৰ বিৰাট শূন্য। দুনাই দুনাই কমলাৰ কথা মোৰ মনলৈ আহি মোক পাগল কৰি পেলালে। ভুৱালী চেনীটেৰীয়ামত থাকোতে তেওঁৰ লগত মোৰ আত্মজীৱনী লিখাৰ বিষয়ে আলোচনাৰ কথা মনত পৰিল। তেওঁক মই শুনাইছিলো পঢ়ি অলপমান কথা। তাৰ পাচত আৰু আমাৰ জীৱনৰ কথা তেওঁক পঢ়ি শুনাবলৈ কোনো সুযোগ নাপালো।

বাগ্‌দাদ আহি পোৱাৰ লগে লগে লণ্ডনৰ প্ৰকাশকলৈ মই তাৰ পঠালো। মোৰ আত্মজীৱনী কিতাপখন কমলা নেহৰুৰ নামত উছৰ্গা কৰিলো। তেওঁ আৰু এই পৃথিবীত নাই!

কৰাচী পালোহি। বহু বন্ধু চিনাকি মুখ দেখা পালো। আৰু পবিত্ৰ গঙ্গাৰ ধাৰত কমলাৰ অস্থি বিসৰ্জ্জন কৰিলো।

কত শত আমাৰ প্ৰপিতামহ এই নদীৰ অফুৰন্ত সোঁতৰ প্ৰবাহত সীমাহীন বিশাল সাগৰত বিলীন হল আৰু আমাক অনুকৰণ কৰা কত শত জন এই পবিত্ৰ নদীৰ বুকুতেই লীন হব তাৰ কোনো সীমা নাই। সকলোকে বুকুত সামৰি পবিত্ৰ গঙ্গাৰ ধাৰ অসীমলৈ বৈয়েই আছে।

## "অনুসন্ধান"

চলিত বছৰ বিলাকত মোৰ মন ভাৰতৰ বিষয়ে। ভাৰতক ভালকৈ চিনিবলৈ ভাৰতৰ বিষয়ে মোৰ কৰ্ত্তব্য কি? ইত্যাদি চিন্তা অহৰহ মোৰ মনত জাগৃত হল। মই আকৌ মোৰ লৰালি. দিনলৈ ওভটি গৈ চাব খোজো মোৰ মনৰ প্ৰতিক্ৰিয়া। আৰু এতিয়া চিন্তাৰ পৰিসৰ বৃদ্ধি হোৱা মোৰ মনৰ ও ভাবৰ অমিলতা ক'ত। মোৰ কাৰ্য্যৰ অভিজ্ঞতাইনো কেনে ধৰণৰ প্ৰভেদ আনিছে তাকে চাবলৈ।

সেই দিনত থকা মানুহৰ মাজৰ অন্ধবিশ্বাস আৰু দৰিদ্ৰতাৰ কথা ভাবি মই বৰ লজ্জিত হলো।

ডাঙৰ হোৱাৰ লগে লগে আৰু কৰ্ম্মৰ বিনিময়ত মই ভাৰতৰ প্ৰতি বিশেষভাবে আকৃষ্ট হলো! ভাৰতে আমাৰ পৰা কি বিচাৰে এই অনুসন্ধানত মোৰ মন গভীৰভাবে মগ্ন হল। মোৰ মনলৈ আহিল যে পৰাধীনতাৰ জিঞ্জিৰি চিঙ্গি ভাঙ্গি নিজ মনৰ এখন দেশ গঢ়ি জীয়াই থাকিবলৈ।

ভাৰতৰ নিচিনা এখন বিশাল চহকী দেশ, অতীতৰ গৌৰৱ কাহিনীৰে যি ভৰপূৰ এনে এখন বিশাল দেশে হাতে ভৰিয়ে দাসত্বৰ শিকলি বান্ধি এটা নিমাখিত সুদূৰৰ দ্বীপৰ ওচৰত মূৰ দোৱাই থকাতো আৰু তেওঁলোকৰ হাকে হুকুমে ছলাতো মোৰ মনত বৰ লাজৰ আৰু দুখৰ কথা হল। এইবিলাক দূৰ কৰিবলৈ মই আৰু মোৰ দেশৰ সকলো মানুহে একে লগে কাম কৰিব লাগিব।

ভৌগলিক চিনত বাদে ভাৰতবৰ্ষণো কি? অতীতত কি আছিল। সেইসময়ত ভাৰতে কৰ পৰানো বল পাইছিল? সেই অতীতৰ তেজবল কেনেকৈনো হেৰুৱালে? সেই তেজ বল একেবাৰেই লুপ্ত পালে নেকি? এতিয়া কিবা বিশেষত্ব আছেনে? ভাৰতৰ জনবলৰ বাহিৰে বৰ্ত্তমান জগতত কেনেকৈ উপযুক্ততাৰ প্ৰমাণ কৰিব?

এনেবিলাক প্ৰশ্নই ঘনাই ঘনাই মোৰ মনত ভুমুকি মাৰিলেহি। ভবিষ্যতে ভাৰত গঢ়িবলৈ হলে সকলো দেশৰ পৰা সহযোগ, যোগাযোগ, মিত্ৰতা, ব্যৱসায় বাণিজ্য, ৰাজনৈতিক আৰু শিক্ষা দীক্ষা লব লাগিব। ভবিষ্যত অহাৰ আগতেই বৰ্ত্তমান আহিল আৰু বৰ্ত্তমানেই অতীত আৰু ভবিষ্যতৰ সকলো সূচনা কৰিব। গতিকে মই অতীতক বুজি পাবলৈ দেহে কেহে যত্ন কৰিলো।

ভাৰত মোৰ তেজমঙ্গহৰ। সকলো অনুপ্ৰেৰণা মই ভাৰতৰ পৰা পাইছো। তথাপিও মই মিত্ৰতাৰ দবে সকলো ভেদাভেদ বিচাৰি গৈছো। আৰু মই দেখা অতীতৰ বহু স্মৃতি নগন্যভাবে ধৰিছো। বহুবিষয়ে পশ্চিমীয়া হৈ ভাৰতক চাইছো। মই ভাৰতৰ এটা পৰিবৰ্ত্তন আনিব খোজো। আৰু বৰ্ত্তমান জগতৰ লগত ভাৰতক খাপখুৱাব খোজো। এনে বিলাক ভাব অহাত মোৰ মনতে আকৌ সন্দেহ জন্মে। মোৰ মনত প্ৰশ্ন উঠে মই ভাৰতক সচাঁকৈয়ে চিনি পাইছোনে নাই? প্ৰকৃততে আগৰ পৰাই যদি ভাৰতৰ কিবা বিশেষত্ব নাথাকিলে হয় তেন্তে ভাৰত পৃথিবীৰ জাতি সমূহৰ আগত এনেদৰে প্ৰকাশ হব নোৱাৰিলে হয়। তেন্তে সেই বিশেষত্বনো কি?

মই অতীতলৈ ওভটি গলো। উত্তৰ পশ্চিম কোনত থকা সিন্ধু উপত্যাকাৰ মহেঞ্জদাৰোৰ টিলাত থিয় হলো। চাৰিওকাষে চাই পঠিয়ালো। দেখা পালো অতীজৰ এই নগৰ খনৰ ঘৰবিলাক, ৰাস্তা আৰু পদূলিবিলাক। পাঁচ হাজাৰ বছৰৰ আগেয়ে সজোৱা এইয়া যৰ ডুৱাৰ, আলি পদূলি। সেই সভ্যতা পুৰণা সভ্যতা আৰু অতি উন্নত ধৰণৰ আছিল। প্ৰফেচৰ শীল্ডে লিখিছে—"সিন্ধু নদীৰ সভ্যতা অতি উন্নত সভ্যতা। এই সভ্যতাই গভীৰ মনোবিকাশৰ পৰিচয় দিছে। এই সভ্যতা বহু কষ্ট আৰু ধৈৰ্য্যৰ বলতহে যেন গঢ়ি উঠিছে। এই সভ্যতাৰ দিনত ভাৰতৰ লগত পাৰচীয়াণ, গ্ৰীক্ ইজীপ্ত, চীন আৰব আৰু মধ্য এচিয়া আদি বহু দেশৰ মহাদেশৰ মানুহৰ যোগাযোগ আছিল। ভূমধ্য সাগৰৰ কুলবৰ্ত্তী মানুহৰ লগতো ভাৰতৰ মিল



আছিল। এই মিলনে ইজনে সিজনৰ ওপৰত প্ৰভাৱ পেলাইছিল। ভাৰতীয় সভ্যতাতো আন দেশৰ প্ৰভাৱ নপৰাকৈ থকা নাছিল। যদিও পৰিছিল তথাপি ভাৰতীয় সভ্যতাৰ কোন সালসলনি নহল। এই ভাৰতীয় সভ্যতাৰ শক্তিৰ গুপুত ৰহস্য কি? আৰু ক'ৰ পৰা এই সভ্যতা আহিছিল?

মই ভাৰতৰ বহু অতীত বুৰঞ্জী পঢ়িছো। ইয়াৰ সভ্যতা আৰু সভ্যতাত মই মুগ্ধ। মই সুদূৰৰ পৰা অহা চীনা পৰিব্ৰাজ আৰু মধ্য এশ্চিয়াৰ পৰিব্ৰাজক সকলে ভাৰতৰ বিষয়ে লিখি থৈ যোৱা সকলো কিতাপকে পঢ়িছো। ভাৰতে দিয়া সভ্যতা পূব এশ্চিয়া, আঙ্কুৰা বৰবুড়ুৰ আৰু আন আন ঠাইৰ সভ্যতাৰ গুণাগুণ সমূহ বিচাৰ কৰোঁ। মই হিমালয় ভ্ৰমণ কৰিছো। অতীত বুৰঞ্জীয়ে সভ্যতাৰ বুকুত এৰি থৈ যোৱা কাহিনীৰ তথ্য আৰু সভ্যতা বিচাৰিছো। পৰ্ব্বত পাহাৰৰ প্ৰতি থকা মোৰ অন্তৰৰ ভালপোৱাই আৰু কাশ্মিৰৰ লগত থকা মোৰ সমন্ধই পৰ্ব্বত পাহাৰৰ বুকুলৈ মোক আকৰ্ষণ কৰিলে। মই পাহাৰ পৰ্ব্বতৰ শৃঙ্গত থিয় হৈ প্ৰকৃতিৰ বিশালতা আৰু সৌন্দৰ্য্যৰ জীৱন্ত মূৰ্ত্তিকেই মাথো দেখা নাছিলো, দেখিছিলো আৰু লক্ষ্য কৰিছিলো যুগ যুগান্তৰে চলি অহা প্ৰকৃতিৰ কমনীয়তা আৰু জাতীৰ জীৱনৰ লগত মিহলি হোৱা ইতিহাসৰ কথা।

সুদীৰ্ঘ বৃহৎ নদ নদী বিলাক হিমালয়ৰ বুকুভেদি অলঙ্ঘ্য শিলাময় পাহাৰ অতিক্ৰম কৰি মনোমোহা হৈ অঁকাই পকাই ভাৰতৰ ভৈয়ামলৈ নামি আহি ভাৰতৰ অতীত বুৰঞ্জীৰ পাতনি মেলিছে! সিন্ধু নদীৰ পাৰত অতীত ভাৰতৰ সভ্যতা গঢ়ি উঠিছিল। এই ভাৰত হিন্দুস্থান নামে অভিহিত হৈছিল। সিন্ধু নদীৰ পাৰে পাৰে হাজাৰ হাজাৰ বছৰ ধৰি অশ্বাৰোহী সৈন্য দলে দলে পাৰ হৈ গল। কত জাতি উপজাতি এই সিন্ধু নদীৰ পাৰতেই গঢ়ি উঠিল তাৰ সীমা সংখ্যা নাই। ব্ৰহ্মপুত্ৰ নদে সুউচ্চ পৰ্ব্বতৰ গহ্বৰ বাগৰি হাবি বননিৰ মাজে মাজে কত অতীত কাহিনী বুকুত সামৰি ভাৰতৰ সমতল ভূমিৰ বুকুত বাগৰি

সীমাহীন মহাসাগৰলৈ গতি কৰিছে। বৃন্দাবন মতলীয়া সেই যমুনাৰ পাৰ, সাৰদীয় জোনাকৰ সেই যমুনাৰ বালি, সেই যমুনা নদী যাৰ বুকু অতীতৰ মধুৰ কাহিনীৰে ভৰপুৰ হিমালয়ৰ মধ্যস্থল ভেদি ভাৰতৰ বুকুলৈ বৈ আহিছে। গঙ্গা নদী যি ভাৰতৰ লক্ষ্য লক্ষ্য অগণন নৰ নাৰীৰ অন্তৰ আলোকিত অতীত আৰু বৰ্ত্তমানৰ সভ্যতা একে-দৰেই বৈ গৈ আছে। বহু সাম্ৰাজ্য ৰজা মহাৰজাৰ উথান পতন হল এই গঙ্গাৰ বুকুতেই। সকলো নিৰলে বুকুত বান্ধি গঙ্গা একে দৰে বৈয়েই আছে। বিৰাম নাই।

মই অতীতৰ ধ্বংশাৱশেষ পাথৰৰ মূৰ্ত্তি, অজন্তা, ইলোৰা এলিকেণ্টা গুহা, আগ্ৰা, দিল্লী আদি চাই ভাৰতৰ অতীত গৌৰৱ অনুভৱ কৰিছো। মোৰ জন্মস্থান এলাহাবাদত কুম্ভমেলা চাই আনন্দ উপভোগ কৰিছো। এই কুম্ভমেলাত গোটেই ভাৰতৰ সকলো ঠাইৰে লাখ লাখ মানুহৰ সমাগম হয়। এই কুম্ভমেলাত লাখ লাখ নৰনাৰীয়ে গঙ্গাত স্নান কৰে। এই কুম্ভমেলাৰ বিষয়ে চীনা পৰিব্ৰাজকে অতীত বুৰঞ্জীত লিখি থৈ গৈছে। কি মায়াজালে এই নদীৰ বুকুলৈ হাজাৰ হাজাৰ মানুহৰ মন আকৰ্ষণ কৰি টানি আনিছে ভাবি মই আচৰিত হওঁ। মই ভাৰতৰ সকলো ঠাই ভ্ৰমণ কৰিছো। ভাৰতৰ সকলো বিলাক অতীতৰ দৃশ্যপট মোৰ মনত ফট্‌ফটীয়াকৈ বহি আছে।

মোৰ প্ৰপিতামহসকল জীৱন্ত মূৰ্ত্তি ধৰি মোৰ আগত থিয় হল। এওঁলোক মোৰ আগত আহি হাঁহিছে। উচুপি উচুপি কান্দিছে। আৰু যন্ত্ৰণাত ছট্‌ফটাই ফুৰিছে। সেই সকলে বহু হাজাৰ বছৰ ব্যাপি ভাৰতৰ শিল্প সভ্যতা কেনেকৈ গঢ়ি উঠিছিল। তাৰে ইঙ্গিত দিছে।

ভাৰতৰ হাজাৰ হাজাৰ হুবহু ছবিয়ে মোৰ মানসপটত উপচি পৰিল। যেতিয়াই যি কোনো ঠাই মই পৰিদৰ্শন কৰো তেতিয়াই এই সকলো দৃশ্য মোৰ মানস পটত ভাঁহি উঠে।

যোৰাচৰ সাৰনাথত মই বুদ্ধদেৱক ধৰ্ম্মপথৰ পথ দেখুৱাই দিয়াকহে দেখো। সেই ২৫০০ বছৰৰ আগেয়ে কৰা উচ্চাৰণৰ ধ্বনি যেন এতিয়াও শুনি আছো।



অশোকৰ শিলৰ স্তম্ভই আৰু গাতে লিখি থোৱা লিখনিয়ে ভাষাৰ চমৎকাৰ উদাহৰণ মোৰ আগত দাঙ্গি ধৰে। অশোক যে এজন সকলোতকৈ ডাঙৰ ৰজা আছিল তাক বঢ়িৱাকৈ বুজাই দিয়ে।

ফটেপুৰচিক্ৰিত সম্ৰাট আকবৰে তেওঁৰ সাম্ৰাজ্যৰ সিংহাসনত বহি সকলো ধৰ্ম্মৰে শিক্ষাবিদ সকলক লৈ আলোচনাত মগ্ন। এওঁলোকে মানুহৰ অনাদি অনন্তকালৰ বিষয়ে গবেষণা কৰিছে! এনেকেয়েই সম্পূৰ্ণ ভাৰতৰ ছবি সম্মুখত উদ্ভাসিত হৈ শতঘাট প্ৰতিঘাট আৰু জয় পৰাজয়ৰে পাতনি মেলিছে। সমাজৰ গাঠনিত মই দেখা পাইছো ৫০০০ হাজাৰ বছৰৰ পৰা চলি অহা কিছুমান বুৰঞ্জীৰ ঐক্যতান আক্ৰমণ আৰু উত্থন পতণ।

চাৰিওফালে বিয়পি পৰা ভাৰতৰ খ্যাতি ভাৰতে ক্ৰমান্বয়ে হেৰুৱাই আহিল। শেষত দাসত্বৰ শিকলি হাতে গলে বান্ধি বৃটীশৰ কিনা গোলাম হল। সেই পাঁচ হাজাৰ বছৰৰ স্বপ্নই মোৰ আগত আহি এটা নতুন নক্সা দাঙ্গি ধৰিলেহি। আৰু বৰ্ত্তমানৰ গধূৰ বোজাৰ কিছু উপশম্ কৰিলে।

ভাৰতত বৃটীশৰ শাসন ১৮০ বছৰ। ই ভাৰত বুৰঞ্জীৰ এটা অসুখীয়া অলাগতীয়াল চং বা ভাওঁ। সেই কাৰণেই মোৰ দেশৰ প্ৰতি হোৱা ভাবধাৰা প্ৰায়েই উদ্বেগপূৰ্ণ। এই ভাব শেষত স্বভাৱত পৰিণত হল। বহু মানুহৰ ক্ষেত্ৰত এই চেলু সীমাবদ্ধ প্ৰায় নাথাকেই। মোৰ দিনত জাতীয়তাবাদ ভাৰতত অপৰিহাৰ্য্য অঙ্গ হল। ই প্ৰকৃতি-গত আৰু অতি আৱশ্যকীয়। যি কোনো প্ৰজাৰেই দেশৰ স্বাধীনতাৰ কাৰণে অহা খেদ অতি মূল্যৱান।

বৰ্ত্তমান পৃথিবীত ঘটা-ঘটনাই দেশৰ স্বজাতীয়তাবাদক ক্ৰমান্বয়ে হ্ৰাস পেলাই সমগ্ৰ পৃথিবীৰ জাতীয়তাবাদত লগ লাগিছে। নিচেই ক্ষীণ জাগৰণ বিলাক নোহোৱা হৈছে।

পৃথিবীৰ সৰ্ব্বজাতীয়তাবাদৰ জাগৰণ এটা শক্তিশালী জাগৰণ। ইয়াৰ ছাঁতেই সকলোৰে সমাজ অধিকাৰ বৈ আছে। ইয়াৰ মাজতেই এদল মধ্যবৰ্ত্তীয়ে জাতীয়তাবাদৰ পৰা ফালৰি কাটি "বনুৱা" আৰু সৰুসুৰা জাগৰণ বিলাকক সৰ্ব্বজাতীয়তাবাদৰ বিৰোধ বুলি গণ্য কৰিছে। মহাযুদ্ধৰ বিভিষিকাই সকলোকে সৰ্ব্বজাতীয়তাবাদলৈ লৈ গৈছে। সৰ্ব্বজাতীয়তাবাদৰ ভাব চিন্তা গধূৰ ও শক্তিশালী। এই সৰ্ব্বজাতীয়তাবাদো বৰ্ত্তমান বিভাজনৰ পথত। বৃটীশ সাম্রাজ্যবাদে আমাৰ জাতীয়তাবাদ ধ্বংশ কৰিছিল। কোনোলোকে কয় আমাৰ জাতীয়তাবাদৰ ভাবভঙ্গী নিম্নখাপৰ। যি সকলে আমাক এনেকৈ কয় তেওঁলোকে ভাবে যে আমি নগণ্য। বৃটীশ সাম্রাজ্যৰ সঙ্গী হলেহে সৰ্ব্বজাতীয়তাবাদক জয় কৰিব পৰিম। তেওঁলোকে আচল কথা উপলব্ধি কৰিব পৰা নাই। এনে ধৰণৰ জাতীয়তাবাদ কেৱল বৃটীশৰ ঠেক জাতীয়তা বাদৰহে।

যেই নহওঁক ভাৰতবৰ্ষ পৃথিবীৰ সৰ্ব্বজাতীয়তাবাদৰ ভিত্তিত গঢ়লৈ সংগঠিত হৈছে।

## "ভাৰতৰ শক্তি আৰু দুৰ্ব্বলতা"

ভাৰত সাধাৰণ কাৰিকৰী বিদ্যাত পিচপৰা। ইউৰোপ যদিও বহুক্ষেত্ৰত পিচপৰি আছিল তথাপি কাৰিকৰী শিল্পবিদ্যাত অগ্ৰস্থান অধিকাৰ কৰিলে। এই সাধাৰণ কাৰিকৰী শিল্পবিদ্যাই ইউৰোপক জীৱনৰ তুমুল সংগ্ৰামত নমাই অসংখ্য বিজ্ঞান পদ্ধতিৰে সাগৰ-যাত্ৰাৰ পাতনি মেলি নতুন নতুন ঠাই আৱিস্কাৰ কৰাত সহায় কৰিলে। কাৰিকৰী শিল্প কৌশলে পশ্চিম ইউৰোপৰ দেশসমূহত সৈন্যৰ শক্তি বঢ়াই পূবলৈ গৈ ৰাজ্য দখল কৰি তলতীয়া কৰিবলৈ সুবিধা দিলে। এইয়েই ভাৰতৰ ইতিহাস। ভাৰতৰে কেৱল নহয় ই সমগ্ৰ এশিয়াৰ।



এইটো ক্ৰিয় এনে হব লগা হল। ইয়াক বুজা বা উদঘাটন কৰা কঠিন। আগৰ দিনত ভাৰত কাৰিকৰী বিদ্যা বা মনৰ বিকাশ সাধন কৰাত কোনো গুণে পিচপৰা নাছিল। কোনো কোনো লোকে ভাবে শতাব্দী ধৰি চলি থকা ভাৰতৰ উন্নতি লাহে লাহে হ্ৰাস পাই আহিল। জীৱন যাপনৰ মানদণ্ড আৰু মনৰ গতি কমি গল। আৱিস্কাৰৰ মনোবৃত্তি কমি লোকৰ অনুকৰণীয় হল।

যেতিয়া জয় আৰু বিদ্ৰোহৰ ভাব প্ৰকৃতি বা বিশ্ব ৰহস্যৰ মাজলৈ সোমাই আহে তেতিয়া উপযুক্ত "টীকাকাৰ" বা অৰ্থ ভাঙ্গোতেই তেওঁৰ ভাঙ্গনিৰ চিক্‌মিকনিৰে মূলতত্ত্ব ব্যাখ্যা কৰে। হিন্দুধৰ্ম্মৰ ধুনীয়া ধুনীয়া শিল্প, শিল্পত কটা মূৰ্ত্তিয়ে মনলৈ পৰিবৰ্ত্তন আনিলে। আনকি সাগৰ পাৰ হোৱাত ধৰ্ম্মমতে নিষেধ হল। যি ভাৰতীয় জ্ঞান বিজ্ঞানৰ বিকাশ শক্তিয়ে সকলো উদঘাটন কৰি মানবীয়তাৰ মধুৰ সপোন ৰচনা কৰিছিল সেই শক্তি অজ্ঞান আন্ধাৰত ডুব গল। ভাৰতীয়ৰ জীৱন চুক ভেকুলীৰ দৰে হল।

তথাপিও এইটো সম্পূৰ্ণ শুদ্ধ বিশ্লেষণ নহয়। সকলো দেশৰেই একো একোটা পৌৰাণিক জাতীয়তা বাদৰ কথা আছে। মইয়ো এই কথা বিশ্বাস কৰো। বংশানুক্ৰমে যে যুগ যুগ ধৰি জীৱনৰ মানদণ্ড গঢ় লয় তাকো জানো।

বুৰঞ্জীয়ে শত শত সভ্যতা বুকুত বিলীন কৰি নতুন নতুন শিল্প সভ্যতাৰ গঢ় দিছে। এই ৰীতি পৃথিবীৰ সকলো জাতিৰ বুৰঞ্জীয়ে কব। আমেৰিকা ৰুচীয়া আৰু চীনৰ জাতীয় বুৰঞ্জী অতি অসাধৰণ সংযোগ।

আমেৰিকান সকলৰ যদিও জাতীয় বুৰঞ্জী পটত মূল শিপা আছে তথাপি এটা নতুন জাতি। কানাডিয়ান, অষ্ট্ৰেলীয়ান আৰু নিউজিলেণ্ড বাসীৰো অতীত বুৰঞ্জী এনেকুৱাই।

ৰাচিয়ান সকল নতুনকৈ গঢ় লোৱা জাতি নহয়। তথাপি এওঁ-লোকে অতীত বুৰঞ্জী সমূলঞ্চে মুচি নাইকিয়া কৰি নতুন জাতি গঢ়ি

উঠিল। এওঁলোকে নতুন জাতীয় জীৱন গঢ় দি আচৰিত ধৰণে ক্ষমতাপন্ন হৈ পৰিল। এতিয়া এওঁলোকে অতীতৰ বুৰঞ্জী বিচাৰি ফুৰিছে। ৰাচিয়াণ সকলে জগতৰ আগত মানবৰ লুকাই থকা অসাধৰণ শক্তি দাঙ্গি ধৰি পৃথিবীৰ মানব জাতিৰ ভিতৰত শীৰ্ষস্থান লাভ কৰিছে।

চীনা সকল আদিমবাসী। ৰুচিয়াৰ পৰাও চীনলৈ বহুলোক আহিছে। ৰুচিয়াৰ পৰা অহা সকলৰ কোনো পৰিবৰ্ত্তন হোৱা নাই। চীনৰ ৭-বছৰীয়া ধ্বংসাত্মক গৃহযুদ্ধই বহু পৰিবৰ্ত্তন আনিলে। এই যুদ্ধই চীনাসকলৰ মাজত অফুৰন্ত বল আৰু সাহস আনিলে! চীনা-সকলৰ জাতীয় জীৱনত ভিতৰি ভিতৰি জনজাগৰণৰ ভূমিকা ৰচনা কৰিলে। এনে ভূমিকা ভাৰতৰ জনগণৰ ভিতৰতো বিদ্যমান। যদিহে ৰুনেবাকৈ এই শক্তিক ভাৰতে হেৰুৱাই তেন্তে ভাৰতৰ সভ্যতা বেচি দিন জীয়াই থাকিব নোৱাৰিব। মই জানো ভাৰত বাসীৰ অন্তৰত অসীম সাহস আৰু ধৈৰ্য্য সোমাই আছে। এই শক্তিয়ে প্ৰকৃত ভাৰতবৰ্ষ গঢ়াত ভাৰতবাসীক সহায় কৰিব।

গত ডেৰশ বছৰ ধৰি স্বাধীনতাৰ কাৰণে বৃটীশ সিংহৰ লগত ভাৰতবাসীয়ে অবিৰাম যুদ্ধ চলালে। ভাৰতৰ জাতীয়তাবাদৰ জীৱন্ত শক্তিৰ এয়েই জলন্ত প্ৰমাণ। অতীতত ভাৰতৰ সকলো অসাধৰণ শক্তিৰেই গুৰি ধৰোঁতা আছিল। এতিয়া ভাৰত কলা ঘূমটিত, এই কলাঘূমটিৰ পৰা ভাৰতক উঠাব পাৰিলেহে ভাৰতে হেৰুওৱা শক্তি পুনৰ উদ্ধাৰ কৰিব। ইয়াৰ কাৰণে লাগিব ত্যাগ। জাতীয় উত্থানত জীৱন আহুতি দিব লাগিব। জাতিৰ কামত ভাল বেয়া একো বিবেচনা নকৰি জঁপিয়াই পৰিব লাগিব। কাৰো ওচৰত আমি মূৰ নোদোঁৱাম। সকলোতে আমি হব লাগিব "এক"।

জাতীয় সংগ্ৰামত জঁপিয়াই পৰোঁতে বহু দেশে আমাক মূৰ্খ বুলিছিল। আমি মূৰ্খনে কি এই কথাৰ উমান দিব ভবিষ্যতৰ বুৰঞ্জী লিখকে।



এই জাতীয় সংগ্ৰামত নামোতে আমি অতি উচ্চ ভাব পোষণ কৰিছিলো। দূৰ সুদূৰলৈ দৃষ্টিপাত কৰিছিলো! সময়ত আমি মূৰ্খ হিচাবে পৃথিবীৰ আগত পৰিগণিত হৈছিলো। আমাৰ লক্ষ্যস্থল আছিল সমূহীয়া ভাৰতৰ শক্তি উদ্ঘাটন কৰাত। এই উদ্ঘাটনৰ পথ আছিল আমাৰ মানসিক, আধ্যাত্মিক, ৰাজনৈতিক আৰু আৰ্থিক। আগৰ কিছুমান ঘৃণনীয় সমাজৰ নীতিক আমি বলেৰে মষিমূৰ কৰিবলৈ যত্ন কৰিছিলো।

## "ভাৰতৰ অন্বেষণ"

যদিও ভাৰতৰ পুৰণা পুথি আৰু স্থায়ী কীৰ্ত্তিস্তম্ভই ভাৰতৰ অতীত সভ্যতা আৰু কলা কৃষ্টিৰ উমান দিছিল—তথাপি মই এই বিলাকত শান্ত্বনা পোৱা নাছিলো। মই জানিব বিচাৰিলো অতীতৰ লগত বৰ্ত্তমান ভাৰতৰ সম্বন্ধ কি? মই দেখামতে ভাৰতৰ সভ্যতা দুখ দৈন্যতাৰে পৰিপূৰ্ণ। আৰু এদল মধ্যবিত্ত শ্ৰেণীৰ অন্ধবিশ্বাসত গোটেই ভাৰত জাতীয়তাবাদৰ ৰসাতলত।

মই নিজবংশ বা জাতিৰ প্ৰশংসা কৰা লোক নহওঁ। মই ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ গুৰিয়াল হব চালো। সেই মধ্যবিত্ত শ্ৰেণী মূৰ দাঙ্গি উঠিবলৈ যত্নবান হল। বৃটীশ শাসনত অতীস্থ হৈ তলে তলে বৃটীশ শাসনৰ বিৰোধে গা দাঙ্গি উঠিল। ক্ৰমান্বয়ে নতুন নতুন পৰিস্থিতিয়ে আমাক ভাৰতৰ গাৱেঁ ভূৱেঁ টানি লৈ গল। আৰু বৃটীশ শক্তিৰ সম্মুখত ভাৰতত এক মহান শক্তি জিলিকি উঠিল। এই মহান শক্তিয়ে ভাৰতৰ এটি ৰঙ্গীন সপোন ৰচনা কৰিলে। সকলো দুখ নিৰ্য্যাতন এফলীয়া কৰি প্ৰবল প্ৰতাপে এই শক্তি ভাৰতৰ এমূৰৰ পৰা ইমূৰলৈকে মূৰ দাঙ্গি উঠিল। এনেকৈয়েই ভাৰতক আবিস্কাৰ কৰিবলৈ যুদ্ধ বিগ্ৰহৰ মাজে দিয়েই আমাক লৈ গল।

মই সৰ্ব্বসাধাৰণ ভাৰতবাসীৰ ভিতৰত দেখা পালো বৰ্ণনা কৰিব

নোৱাৰা কিছুমান গুপুত শক্তি। সেই গুপুত শক্তি মধ্যবিত্ত শ্ৰেণীৰ লোকৰ ভিতৰত দেখা পোৱা নাছিলো।

ভাৰতবাসী মোৰ মনত অতি সৰল সাত্বিক আৰু সত্যবাদী। বহু বিভিন্ন জাতীয়ে ভাৰতত বসবাস কৰিছে। মই সকলোকেই এক জাতি বুলিহে গণ্য কৰো। মোৰ ভাব ভঙ্গীত কোনো বেলেগ ৰূপ নাই। মই সৰ্ব্বসাধাৰণৰ পৰা যিমান বিচাৰো তাতকৈ বেচি কৈহে সকলোৰে পৰা উত্তৰ পাওঁ। তেতিয়া মই ভাবো যে ভাৰতৰ অতীতৰ কৃষ্টি সভ্যতাইহে এই মহান শক্তিৰ গুৰি ধৰি আছে।

বৃটীশ শাসনৰ ২০০ বছৰৰ ভিতৰত ভাৰতৰ এই শক্তি হ্ৰাস হল। এতিয়াও যি আছে সি অতি মূল্যৱান।

মোৰ বিশ বছৰ বয়সলৈকে মই আগ্ৰা অযোধ্যা যুক্ত প্ৰদেশৰ ৪৮ খন জিলা বিস্তৃত ভাবে তন্ন তন্নকৈ নগৰে চহৰে গাৱেঁ ভূৱে ভ্ৰমণ কৰিছো। আগ্ৰা অযোধা যুক্তপ্ৰদেশ অতীত আৰু বৰ্ত্তমান হিন্দুস্থানৰ মেৰুদণ্ড।

১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ জুই এই প্ৰদেশতেই জ্বলি উঠে।

১৯৩৬-৩৭ চনৰ নিৰ্ব্বাচনৰ সময় চোৱাত মই গোটেই ভাৰতবৰ্ষৰ গাৱেঁ ভূৱে ভ্ৰমণ কৰিছো। এই ভ্ৰমণ মোৰ আছিল ৰাজনৈতিক নিৰ্ব্বাচনৰ বিষয়লৈ। অৰ্থ নৈতিক বিষয়তো মই বক্তৃতা দিছিলো। নিৰ্ব্বাচনৰ বাদেও কিবা এটা চিন্তাই মোৰ মনৰ ভিতৰত গভীৰ ভাবে শিপাইছিল। ভাৰতক বিস্তৃত ভাবে জানিবলৈ মোৰ মন ব্যগ্ৰ হৈ পৰিল। ভাৰত আবিস্কাৰৰ পথত মই আকৌ আগবাঢ়ি গলো।

ভাৰতৰ মাটি, ভাৰতৰ পানী, ভাৰতৰ পাহাৰ, পৰ্ব্বত হাবি বননি আৰু জনসাধাৰণ মোৰ দৃষ্টিৰ পটত ফট্‌ফটীয়াকৈ জীৱন্ত মূৰ্ত্তি ধৰি আগত থিয় দিলে। ভাৰত সকলোৰে জীৱন্ত মূৰ্ত্তি হৈ মোৰ মনত উদয় হল। দেখা পালো ভাৰতৰ জনসমুদ্ৰৰ বুকু বিদাৰি অসংখ্য সমাজ কলুষিত বিভিন্নতা আৰু জাতি বিভাজন নীতি। যদিও ভাৰত এনেভাৱে কলুষিত তথাপি অসংখ্য বিভিন্নতাৰ মাজতেই ঐক্যতা গঢ়ি



উঠিছে। ভাৰত অতীত আৰু বৰ্ত্তমানৰ এখন ডাঙৰ চিহ্নপট। তৰপে তৰপে অতীতৰ কথা ইয়াতেই অঁকা আছে। শতঘাট প্ৰতি ঘাটেও এই চিহ্নপট ম্লান কৰিব পৰা নাই। এই চিহ্নপট বিলাকে ভাৰতক এক ৰহস্যময় ভাৰত গঢ়ি তুলিছে। ভাৰতৰ একতাই সকলোকে স্তম্ভিত কৰিছে। বিপদ ধুমুহা বাধা বিঘিনিয়েও ইয়াক মচি পেলাব পৰা নাই।

ভাৰতত বহু শ্ৰেণী বহু ধৰ্ম্ম আৰু বহু সমাজ আছে। সকলোৰে নিজ নিজ ভাষা ধৰ্ম্ম কৃষ্টি চৰ্চ্চা আছে। এইয়েই ভাৰতৰ বিশেষত্ব।

## "ভাৰত মাতা"

সভা সমিতিত ঘুৰি ফুৰি প্ৰায়েই মই দৰ্শকৰ আগত "আমাৰ ভাৰত", "আমাৰ হিন্দুস্থান," আৰু "আমাৰ ভাৰত মাতা" বুলি বক্তৃতা দিছিলো। পুৰণি যুগত ভাৰতবৰ্ষৰ নাম কেনেকৈ আবিস্কাৰ হল তাকো কৈছিলো। চহৰৰ মানুহ বিলাক শিক্ষিত। কিন্তু গাৱলীয়া জনসাধাৰণ অশিক্ষিত। যেতিয়া গাৱলীয়া জনসাধাৰণৰ আগত মই বক্তৃতা দিওঁ তেতিয়া ৰামায়ণ মহাভাৰতৰ কথা উল্লেখ কৰো। এই মহাভাৰতৰ মুক্তিৰ কাৰণেই আমি সংগ্ৰামত নামিছো। এই সংগ্ৰাম ভাৰতৰ ইমুৰৰ পৰা সিমুৰলৈ উত্তৰে দক্ষিণে পূবে পশ্চিমে বিয়পি পৰিব লাগিব। এই সংগ্ৰামেই হৈছে "স্বৰাজ"। এই স্বৰাজ কোনো এক অংশৰ কাৰণে নহয়। সমগ্ৰ ভাৰতৰ কাৰণে। ভাৰতৰ সিটো মূৰৰ "খাইবাৰ পাচ"ৰ পৰা আৰম্ভ কৰি ইমূৰে কন্যাকুমাৰীকালৈকে সকলোতে কৃষক বনুৱা সকলে মোক সেই একে কথাকে সুধিছে। দৰিদ্ৰতা, ঋণ, কৰকাতল, জমিদাৰ মহাজন আদিৰ কথা। পুলিচৰ জোৰ জুলুমৰ কথা। এই সকলোবিলাক হল বিদেশী শাসনৰ বাবে। উত্তৰত মই সকলোকে "এক ভাৰত-মাতা" বুলি ভাবিবলৈ উপদেশ দিওঁ। আমিও যে বিশ্বমানৱৰে এটা অঙ্গ তাকো বুজাওঁ। মই চীনা

গৃহ যুদ্ধৰ কথা কলো, স্পেইন, আবিসিনীয়া, মধ্য ইউৰোপ, ইজীপ্ত আৰু পশ্চিম এশিয়াৰ যুদ্ধৰ কথা কলো। মই সকলোকে ৰুচিয়া আৰু আমেৰিকাই কৰা বিৰাট উন্নতিৰ কথা কলো।

"স্বৰাজ" যদিও সহজ কথা নহয় তথাপি তেওঁলোকৰ অন্তৰত পৌৰাণিক গল্প সাধু বিলাকে গভীৰ ভাবে ৰেখাপাত কৰিছিল। বহুলোকেই পৌৰাণিক গল্প আৰু সাধুবিলাক উদঘাটন কৰিবলৈ ভাৰতৰ ইমূৰে সিমূৰে থকা তীৰ্থসমূহ দৰ্শন কৰিছিল।

প্ৰথম পৃথিবীৰ মহাযুদ্ধৰ সময়ত সৈনিকৰূপে দূৰ বিদেশত থাকি অহা বহু অভিজ্ঞতা সম্পন্নলোক ভাৰতত আছে। যেতিয়া মই আহি জনসমুদ্ৰৰ মাজত থিয় দিওঁ তেতিয়া "ভাৰত মাতা কি জয়" ধ্বনিৰে আকাশ বতাহ মুখৰিত হৈ পৰে। মই তেওঁলোকক শুধো "ইয়াৰ অৰ্থ কি? ভাৰত মাতা কি? কাৰ জয় তেওঁলোকে বিচাৰে? তেওঁলোক হতস্তম্ভ হৈ পৰে। ইজনে সিজনৰ মুখলৈ চায়। মই কিন্তু সুধিয়েই থাকো। অৱশেষত অসীম সাহসী ভাৰতৰ বুকুত যুগ যুগান্তৰ ধৰি সঞ্জিৱীত হৈ থকা "জাত" এ উত্তৰ দিয়ে ধৰিত্ৰী মাতা বুলি।

পৃথিবী কি? নে তেওঁলোকৰ নিজ নিজ গাওঁখন, তাপলিমৰা খেৰৰ ঘৰতো, নে তেওঁলোকৰ তাপলি মৰা জিলাখন বা প্ৰদেশখন বা গোটেই ভাৰতখন। এনেদৰে মই তেওঁলোকক প্ৰশ্ন কৰি যাওঁ। শেষত তেওঁলোক অধৈৰ্য্য হৈ মোক কবলৈ কয়। মই তেতিয়া তেওঁলোকৰ বুজাবলৈ যত্ন কৰো। আমাৰ এইয়া ভাৰতৰ হাবি বননি, পাহাৰ পৰ্ব্বত, নদ-নদী, এইয়া আমাৰ বহল সেউজীয়া পথাৰ যি পথাৰে আমাক আহাৰ যোগায় এই সকলোবিলাক। এই সকলো বিলাকে কি বুজায়? ভাৰতৰ জনগণক বুজায়। এই জনগণ কোন? তেওঁলোক আৰু মোৰ নিচিনা লোক জনক। এই লোকজন গোটেই ভাৰত ব্যাপি আছে। এওঁলোকেই ভাৰত মাতা। অসংখ্য ভাৰতৰ লোকজন। ভাৰতৰ জয় মানে এই অগনন ভাৰতীয় লোকজনৰ জয়।



আমি সকলোৰেই এই ভাৰত মাতাৰ অঙ্গ। এই কথাটো যেতিয়া তেওঁলোকৰ অন্তৰত লাগি গল তেতিয়া তেওঁলোকৰ চকু জিলিকি উঠিল। মোৰ অনুমান হল যেন তেওঁলোকে এটা বৰ ডাঙ্গৰ তত্ত্ব আবিস্কাৰ কৰিলে।

## "ভাৰতৰ বিভিন্নতা আৰু একতা"

ভাৰতৰ বিভিন্নতা অনেক। এই বিভিন্নতা সকলো ক্ষেত্ৰতে। কিছুমান শাৰীৰিক আৰু কিছুমান মানসিক। এই দেখা দেখি কথাটো উত্তৰ পশ্চিম ভাৰতৰ পাঠান সকলৰ আৰু সুদূৰ দক্ষিণ ভাৰতৰ তামিল সকলৰ ভিতৰত বহু পাৰ্থক্য। বংশধৰ সকলৰ গুৰি একে নহয় যদিও দুয়ো জাতিয়েই সাগৰৰ পাৰত বসতি কৰে। তেওঁলোকৰ ভিতৰৰ শাৰীৰিক হিচাবে, পিন্ধনে উৰণে খোৱাই লোৱাই কথাই বতৰাই সকলোতে অমিল। উত্তৰ পশ্চিম ফ্ৰন্টিয়াৰ প্ৰদেশৰ মানুহৰ আচাৰ ব্যৱহাৰ খোৱা লোৱা সকলো বিষয়তে কাশ্মিৰী সকলৰ লগত মিলে।

হিমালয়ৰ সিপাৰে আন এখন দেশ আছে। পাঠান সকলৰ নৃত্য আৰু অঙ্গিভঙ্গি ৰুচিয়াৰ "কোচক" সকলৰ লগত মিলে। এনেবিলাক বিভিন্নতা থকাৰ স্বত্বেও পাঠান সকলৰ লগত ভাৰতৰ মিল আছে। এই মিল থিক তামিল সকলৰ দৰেই। আফ্‌গানিস্তান, ভাৰতৰ দাঁতি কাষৰীয়া ৰাজ্য। হাজাৰ হাজাৰ বছৰৰ পৰাই এই ৰাজ্য ভাৰতৰ লগত মিল।

আগৰ তুৰ্ক আৰু আফগানিস্তানৰ আদিমবাসী মধ্য এশিয়াৰ। মুছলমান ধৰ্ম্মপ্ৰচাৰৰ আগেয়ে এওঁলোক বৌদ্ধ ধৰ্ম্মাৱলম্বী আছিল। ইয়াৰো আগতে এওঁলোক হিন্দু আছিল। এই অজান্তিমুলুক এসময়ত ভাৰতৰ কৃষ্টি সভ্যতাৰ কেন্দ্ৰস্থল আছিল। এতিয়াও ঠায়ে ঠায়ে বৌদ্ধ মন্দিৰৰ ভগ্ন অংশ অতীতৰ কীৰ্ত্তিস্তম্ভ বিৰাজিত। প্ৰমাণ স্বৰূপে

তাক্সিলা বিশ্ববিদ্যালয়। ২০০০ হেজাৰ বছৰৰ আগেয়ে এই বিশ্ব-বিদ্যালয়ে ভাৰতৰ বহু ঠাইৰ ছাত্ৰৰ মন আকৰ্ষণ কৰিছিল। এচিয়াৰ বেলেগ বেলেগ অংশৰ পৰাও ইয়ালৈ ছাত্ৰ আহিছিল। অতীতত ই এক গৌৰৱ আৰু যশস্যাৰ কেন্দ্ৰস্থল আছিল। ধৰ্ম্মৰ ব্যৱধানে বেলেগ দৃষ্টি নিক্ষেপ কৰিলে যদিও মনৰ বান্ধ চিঙ্গিব নোৱাৰিলে।

পাঠান আৰু তামিল সকলৰ উদাহৰণেই মন কৰিব লগীয়া। ইজনৰ আনজনৰ ভিতৰত যি কোনো হিচাবে সোমাই আছে। বঙ্গালী, মাৰাঠী, তামিল, গুজৰাটী সিন্ধি পাঞ্জাবী, পাঠান, কাশ্মিৰী ৰাজপুত আদি সকলোৰে স্বকীয়া কৃষ্টি শিল্প আচাৰ ব্যৱহাৰ ভাব ভাষা আছে। তথাপিও সকলোৰে ভাৰতৰ দৃষ্টিভঙ্গি এক। সকলোকে কিবা এক জীৱন্ত শক্তিয়ে সকলোকে পৰিচালিত কৰিছে।

চীনৰ দৰে অতীতত ভাৰত নিজেই এখন পৃথিবী আছিল। ইয়াত ভাৰতৰ কৃষ্টি শিল্প আৰু স্বকীয়া সভ্যতাই গঢ় লৈছিল। বিদেশৰ ভ্ৰমণকাৰীক ভাৰতৰ কৃষ্টি সভ্যতাই আকৰ্ষণ কৰি টানি আনিছিল। আৰু এই কৃষ্টি সভ্যতাৰ মাজতেই বিলীন কৰিছিল। সেই সভ্যতাৰ উষাৰ আগমণিতেই "একতাৰ" সপোনে সকলো ভাৰতীয়কে আকৃষ্ট কৰিছিল। এই পোহৰ বাহিৰৰ পৰা অহা নাছিল। এই দিব্য শকতিৰ তলতেই মূৰ দাঙ্গি উঠিছিল বিভিন্ন বিশ্বাস, সহনশীলতা আৰু সত্যৰ অন্বেষণ।

পৃথিবীৰ সকলো জাতিৰ মাজতেৰ সৰুৱেই হওক নতুবা ডাঙ্গৰেই হওঁক আপোনেই হওঁক বা পৰেই হওঁক কিছুমান বিভিন্নতা আছে। এই সকলো বিভিন্নতাৰ মাজেদি গৈ সকলো যেতিয়া এক মহান উদ্দেশ্যত উপনীত হয় বা লগ লাগে সিয়েই আপোন আপোন যত ভেদাভেদ চূৰ্ণ বিচূৰ্ণ কৰি মহা জাতীয়তাবাদৰ ঐক্য মিলনত লগ্ন হয়।

মধ্য যুগত বৰ্ত্তমানে গঢ়ি উঠা জাতীয়তাবাদ অতি ক্ষীণভাবে ধৰ্ম্ম আৰু জাতিৰ মাজত আছিল। লিখিত জাতীয় বুৰঞ্জী গঢ়ি উঠাৰ লগে লগে ভাৰতীয়ই ভাৰতক নিজৰ বুলি ধৰিবলৈ শিকিলে।



বাহিৰৰ পৰা যি সকল আহি ভাৰতত বসতি কৰিলে তেওঁলোকে য়দিও খৃষ্টিয়ান, মুছলমান পাৰচীয়ান বা জু ধৰ্ম্মাৱলম্বী তথাপি ভাৰতীয় হৈ ভাৰতবৰ্ষৰ সৰ্ব্বাঙ্গ উন্নতিৰ কামনা কৰিলে। বৰ্ত্তমান বিদেশত থকা ভাৰতীয় সকল যদিও বেলেগ বেলেগ ধৰ্ম্মাৱলম্বী আৰু বেলেগ বেলেগ ভাষা কৃষ্টিৰ লোক তথাপি বিদেশত ভাৰতীয় গোট হিচাবেহে চিনাকি দিয়ে। উদাহৰণ স্বৰূপে এজন ভাৰতীয় মুছলমান বা খৃষ্টিয়ান তুৰ্ক বা আৰবত ভাৰতীয় ৰূপেই গণ্য হয়।

মই অনুমান কৰো আমালোকৰ ভিতৰত প্ৰত্যেকৰেই অন্তৰত ভাৰতৰ প্ৰতিমূৰ্ত্তি বেলেগ বেলগ ৰূপত ৰূপায়িত হৈছে। ইজনৰ ধাৰণাৰ লগত সিজনৰ নিশ্চয় অমিল আছে। ভাৰতৰ কথা চিন্তা কৰিলে মোৰ মনলৈ বহু চিন্তা আহে। এইয়া ভাৰতৰ বিশাল সেউজীয়া পথাৰ মাজে মাজে গছ-গছনিৰে ভৰা সেউজীয়া ঘন জোপোহা। এই জোপোহাৰ মাজে মাজে একো একোখন গাওঁ, টাউন আৰু চহৰ। বাৰিষা বৰ্তৰত বৰষুণে পথাৰ গাওঁ ভুঁই পানীৰে ওপচাই দিয়ে। ধুনীয়া ধুনীয়া সেউজীয়া শস্য বিতোপন হৈ পথাৰ শুৱনি কৰিছে। এইয়া বৰফে আবৰি থকা হিমালয় পৰ্ব্বত। এইয়া ডাঙ্গৰ ডাঙ্গৰ নদ-নদী হিমালয়ৰ বুকু ভেদি ভৈয়ামলৈ নামি গৈছে। এইয়া কাশ্মিৰ উপত্যাকা আৰু এইয়া মনোমোহা পৰ্ব্বত শৃঙ্গ। প্ৰত্যেকেই আমি নিজ পচন্দ অনুসৰি একো একোখন ভাৰতৰ ছবি আঁকি অন্তৰত থাপনা কৰোঁ! মোৰ পৰ্ব্বত মালাৰে গঢ়া ভাৰতৰ ছবিখনেই অতি মনো মোহা ছবি।

## "ভাৰত ভ্ৰমণ"

১৯৩৬ চনৰ শেষত আৰু ১৯৩৭ চনৰ আগভাগত মোৰ ভাৰত ভ্ৰমণৰ গতি বৃদ্ধি পায়। বতাহৰ দৰে ৰাতিয়ে দিনে এই বিশাল দেশ খনৰ ইমূৰে সোমাই সিমূৰে ওলাইছিলো। ক'তো ৰোৱা নাই আৰু ক'তো ভাগৰৰ জিৰণিও লোৱা নাই। দেশৰ সকলো পিনৰ পৰা মোলৈ আহ্বান আহিল। দেশত নিৰ্ব্বাচনে ভুমুকি মাৰিছে। মোৰ উপস্থিতিয়ে তেওঁলোকৰ জয়ৰ সূচনা কৰিছে। সময় খুব কম। ৰেল জাহাজ, মটৰ আকাশী যান মোৰ ভ্ৰমণ পথৰ সম্বল। হাতী ঘোৰা উটো সময়ে সময়ে মোৰ বাহন হল। চাই কেলতো উঠিছে। আৰু খোজো কাঢ়িছো। বহু গাও চহৰৰ ভিতৰলৈ যাওঁতে এই ৰেলেগ বেলেগ পন্থা মই অবলম্বন কৰিব লগীয়া হৈছিল। লাউদ স্পীকাৰ আৰু মাইক্ৰোফোনো দুটা চেট মোৰ লগত আছিল। ভাৰতৰ অসংখ্য জনসমুদ্ৰৰ মাজত মোৰ কথা স্পষ্টকৈ বুজাবলৈ সেই লাউদ স্পীকাৰ ব্যৱহাৰো কৰিছিলো। এই লাউদ স্পাকাৰ আৰু মাইক্ৰোফোন চেট তিব্বত প্ৰান্তৰৰ পৰা বেলুচিস্তানৰ প্ৰান্তৰলৈকে নিছিলো।

খুব পুৱাৰ পৰা বহু ৰাতিলৈকে ইঠাইৰ পৰা সিঠাইলৈ গৈ জন সমাজৰ আগত উপস্থিত হওঁ। অগনন জনতাই অশেষ ধৈৰ্য্য ধৰি মোক আদৰিবলৈ ৰৈ থাকে। জনতাৰ মৰম স্নেহৰ প্ৰতিদান স্বৰূপে মই হয়তো যথা সময়ত সভাত উপস্থিত হবই পৰা নাই। মুকলি পথাৰত অগনন জনতাৰ আকুল ধ্বনিত পলমে মোক আৰু পলম কৰি পেলায়। সেই আকুল জনতাৰ ভিৰ্ ঠেলি মই সভামণ্ডপত উপস্থিত হওতে বহু সময় মোৰ লাগিছিল। বিদায় লওতেৰো মোৰ সেই একেই অৱস্থা। প্ৰত্যেক মিনিট বাগৰি ঘণ্টাত পৰিণত হয়। শেষত মোৰ যে বহু বহু পলম হল মই সহজেই অনুমান কৰো। হাজাৰ হাজাৰ জনতাই জাৰত কঁপি কঁপি মোৰ কাৰণে বহু ৰাতিলৈকে বাট



চাই থাকে। এনে দৰেই দিনটোৰ কাৰ্য্যসূচী ১৮ ঘণ্টালৈকে পলম হয়। দিনটোৰ শেষ সভাত উপস্থিত হওঁতে কেতিয়াবা হয়তো মাজ-নিশা আৰু কেতিয়াবা হয়তো শেষ ৰাতি হৈছিল।

এদিন আমি ফেব্ৰুৱাৰী মাহৰ মাজ ভাগত দিনটোৰ কাৰ্য্যসূচী গধূৰ হোৱাত শেষ সভা পাওঁতে বহু ৰাতি হল। এখন ধুনীয়া পৰ্ব্বতীয়া বননিৰ মাজে মাজে অশেষ কষ্ট স্বীকাৰ কৰি যাব লগা হল। বাটত যাওঁতে বহু বনৰীয়া হিংসুক জন্তু লগ পাইছিলো। দিনটোৰ কাৰ্য্য সূচীমতে আমি ৰাতিপুৱা ৮ বজাত আমাৰ কাম আৰম্ভ কৰো। আৰু আবেলি ৪টা বজাত শেষ কৰো। মিতিংৰ শেষত ৭০ মাইল দূৰ অতিক্ৰম কৰি আমি আমাৰ জিৰণি স্থানলৈ ঘূৰি আহো। আৰু এদিন কাৰ্য্য সূচীত মই সাতোটাত পুৰা যাত্ৰা কৰি দিনে ৰাতিয়ে বহু সভা সমিতিত উপস্থিত হৈ ৪১৫ মাইল ২৩ ঘণ্টাত অতিক্ৰম কৰিব লগীয়া হৈছিল।

সেই কেই মাহে মই অনুমান কৰিছো প্ৰায় ১০ লক্ষ জন সমাগমৰ আগত মই ভাষণ দিব লগীয়া হৈছিল। সাধাৰণতে বৃহৎ সভা সমিতিত ১ লক্ষৰ কৈয়ো অধিক জনতা লগ লাগিছিল।

মই সৰু সৰু টাউনৰ মাজেদি পাৰ হওঁতে দেখা পাওঁ প্ৰায় সকলো দোকান বন্ধ। কাৰণ সোধাত গম পাইছিলো মোক দেখা পাবলৈকে হাজাৰ হাজাৰ লৰাছোৱালী ডেকাগাভৰু মতা তিৰোতা সভাস্থলত গোট খাই আছে। মই কেনেকৈনো ইমান বিলাক সভা সমিতি সুস্থ শৰীৰে অতিক্ৰম কৰিলো নিজেই বুজি নাপাওঁ। লাহে লাহে এই অভ্যাসত মই খাপ খাই পৰিলো। মটৰত যাওঁতে দুখন মিতিঙৰ ব্যৱধান সময় ছোৱাত মই গভীৰ টোপনিত লালকাল হৈ পৰিছিলো। দ্বিতীয় মিতিংত যোগ দিয়াত মোৰ পক্ষে বৰ কষ্ট হৈ পৰিছিল। তথাপিও মই জনতাৰ হেন্দোলদোপত চক্‌খাই উঠিলো। আনন্দত উত্ৰাৱল হোৱা জনতাৰ মুখৰিত জয়ধ্বনিত মোৰ ভাগৰুৱা অন্তৰে অফুৰন্ত বলত বলীয়ান হয়।

মোৰ আহাৰ সম্পূৰ্ণৰ পৰা আধা কৰিলো। আৰু প্ৰায় নাখাইছিলোয়েই। ৰাতি আহাৰ মই এৰি দিলো। এৰাত ভালেই লাগিছিল। তেন্তে কিহে মোক জীয়াই ৰাখিছিল ; শক্তি আৰু উৎসাহ দিছিল ? "জনতাৰ আকুল ধ্বনিয়ে, আদৰণিয়ে আৰু জনতাৰ ভালপোৱাই।" য'তে যাওঁ জনতাৰ আদৰণিত মই অপ্যায়িত হওঁ। জনতাৰ মৰমে, জনতাৰ আকুল চাহনিয়ে মোৰ অন্তৰ উৎসাহ উদ্দীপনাৰে ভৰপুৰ কৰিলে।

## "সাধাৰণ নিৰ্ব্বাচন"

মোৰ ভাৰত ভ্ৰমণৰ উদ্দেশ্য আছিল সাধাৰণ নিৰ্ব্বাচন। সাধাৰণতে ভোটৰ কাৰণে মই অনুগ্ৰহ প্ৰাৰ্থী নহওঁ। নিৰ্ব্বাচনে জনসাধাৰণৰ গণতন্ত্ৰ ভেটি ৰচনা কৰিছে। এয়েই গণতন্ত্ৰৰ অন্ত নিৰ্হিত তথ্য। তথাপিও ভুলক্ৰমে নিৰ্ব্বাচনে উপযুক্ত মানুহ বাদ দিয়ে। আৰু সমাজক ভুল পথত পৰিচালিত কৰে। যি সকল অভিমানী তেওঁলোকে অলপতে বেয়া পাই। তেওঁলোক প্ৰতিদ্বণ্ডিতাৰ মাজত সোমাব নিবিচাৰে। ইয়েই উপযুক্ত মানুহক নিৰ্ব্বাচন কৰাত সাধাৰণতে অন্তৰায়।

যিসকলে বেচিকৈ চিঞৰিব পাৰে, যি সকলে গাৰ বলেৰে য'তে ত'তে সোমাব পাৰে সিয়েই নেকি "গণতন্ত্ৰ" ? মোৰ বোধেৰে নিৰ্ব্বাচনত সকলোৱেই ভোটাৰৰ অধিকাৰ পোৱা উচিত। যাৰ সম্পত্তি আছে আৰু যাৰ বিদ্যা আছে। সম্পত্তি থকা লোকতকৈ বিদ্বান সকল গণনীয়। উপযুক্ত বয়সৰ সকলো মতা-মাইকীয়েই কি শিক্ষিত কি অশিক্ষিত ভোটাৰৰ সুবিধা পোৱা উচিত! ভাৰতত এই বিষয়টো উত্থাপিত হোৱাৰ গুৰিতেই আছে কিছুমান সুবিধাবাদীৰ অভিনয়।

১৯৩৭ চনত হোৱা প্ৰাদেশিক সাধাৰণ নিৰ্ব্বাচনে শতকৰা ১২ জনকহে ভোটাৰৰ অধিকাৰ দিছিল। তথাপিও এই নিৰ্ব্বাচনত ভাৰতৰ দেশীয় ৰাজ্যৰ বাহিৰে ৩০ কোটি ভাৰতীয়ই ভোট দিবলৈ সুবিধা পায়।



প্ৰত্যেক প্ৰদেশে নিজ নিজ প্ৰাদেশিক সভা গঠন কৰে। প্ৰায় বিলাক প্ৰদেশৰেই দুখন সভা।

এইবিলাক নিৰ্ব্বাচনত কংগ্ৰেছকৰ্ম্মী সকলৰ ওচৰত মোৰ কথা আছিল বেলেগ ধৰণৰ। মই কোনো নিৰ্দ্দিষ্ট প্ৰাৰ্থীৰ কাৰণে নহয়। মোৰ উদ্দেশ্য যি কংগ্ৰেছে স্বাধীনতা সংগ্ৰামত গোটেই ভাৰত ব্যাপি জপিয়াই পৰিল সেই অনুস্থানলৈ। মই অনুভৱ কৰিছিলো যদি কংগ্ৰেছ নিৰ্ব্বাচনত জিকে তেন্তে ভাৰতৰ কল্যাণ হব। মোৰ নিবেদন আদৰ্শবাদী কোনো নিৰ্দ্দিষ্ট প্ৰাৰ্থীৰ কাৰণে নহয়। মই প্ৰাৰ্থীক জানো বা নাজানো তাত কোনো কথা নাই। প্ৰাৰ্থী সকলৰ নাম জনাতো মই কোনো উচিত বিবেচনা নকৰো। মই বিচাৰো কংগ্ৰেছক ভোট দিয়ক। ভাৰতৰ স্বাধীনতাৰ কাৰণে আৰু স্বাধীনতা নোপোৱালৈকে সংগ্ৰাম কৰাৰ বাহিৰে মই একো প্ৰতিজ্ঞা কৰা নাছিলো। মই ৰাইজক কৈছিলো আমাক ভোট দিবলৈ যদি তেওঁলোকৰ আমাৰ মত বা পন্থা মনঃপুত হয়। আমাক ফাঁকি দিয়া মিছা ভোট নালাগে। দেহেকেহে আমাৰ পন্থা মানি লব লাগিব। ভোট আৰু নিৰ্ব্বাচনে আমাক আগুৱাই নিব নোৱাঁৰে। এইটো এটা কেৱল দীঘলীয়া জীৱন যাত্ৰাৰ সম্বলহে। সত্যবাদী আৰু আদৰ্শবাদী সমাজৰ আমাক দৰকাৰ—একোটা গঠনমূলক সমাজেহে জাতিৰ স্বাধীনতাত বৰঙণি যোগাব পাৰে! মই বুজাইছিলো হাজাৰ হাজাৰ জনতাৰ স্বাধীনতাই আমাৰ দেশৰ স্বাধীনতা। শ্বেতাঙ্গী সকলৰ হাত সাৰি পিতাঙ্গী সকলৰ তলত থকাতো বিচৰা নাই। বিচাৰিছো প্ৰকৃত দেশৰ প্ৰজাৰ শাসন, দেশৰ মানুহ দেশৰ মানুহৰ কাৰণে, আমাৰ দুখ দৈন্যতা অৱসানৰ কাৰণে।

এইটোৱেই মোৰ বক্তব্যৰ মূল নীতি আছিল। কোনো নিজ স্বাৰ্থত জৰিত নোহোৱাকৈ নিৰ্লিপ্তভাৱে মই নিৰ্ব্বাচনীৰ যুদ্ধত নামিছিলো। কোনো নিৰ্দ্দিষ্ট ব্যক্তিৰ কাৰণে লালায়িত হোৱা নাছিলো।

মই এই নিৰ্ব্বাচনীত সকলোতকৈ ডাঙৰ সুযোগ পাইছিলো কোটি

কোটি ভাৰতবাসীৰ লগত মিলিত হবলৈ। লাখ লাখ জনতাৰ সংমিশ্ৰণে মোৰ প্ৰাণত অফুৰন্ত শক্তি যোগাইয়াছিল। মোৰ দুচকুৱে লাখ লাখ জনতাৰ পবিত্ৰ চাৱণিৰ সম্মুখীন হৈছিল আঁত আপোন হৈ অচিনাকী বুলি নহয়। মই যেতিয়া জনতাক প্ৰণাম জনাইছিলো মোৰ দুখন হাতৰ তলুৱা একত্ৰিত হৈ মোৰ সম্মুখত উদয় হৈছিল জনতা আৰু জনতাৰ হৰ্ষ আৰু আনন্দৰ ধ্বনি মোৰ হিয়াত বাগৰি পৰিছিল। মই তেওঁলোকৰ আগত কথা কৈছিলো। ভাবিছিলো তেওঁলোকক জানো মোৰ কথাই স্পৰ্শ কৰিব পাৰিছে? মোৰ সকলো কথা তেওঁলোকে বুজি পাইছেনে—নাই নাজানো কিন্তু তেওঁলোকৰ গভীৰ চাৱনিয়ে বাক্যতকৈয়ো মোক স্পষ্টভাবে বুজাইছে। এনেভাবেই মই ভাৰতৰ জীৱন্ত ৰঙ্গ-মঞ্চ দেখা পাইছিলো। অতীত মেৰাই থোৱা সম্বন্ধৰ সূতা দালো বাচি উলিয়াব পাৰিছিলো। য'তে ত'তে তেওঁলোকৰ মই সুনিপুণ পাচ ফালটোহে দেখা পাইছিলো। এই সুনিপণ পাচফাল টোত আছিল কিছুমান জনপ্ৰিয় দৰ্শন, স্বনুশীলন, বুৰঞ্জী, পৌৰাণিক বা কাল্পনিক ইতিহাস। নিৰক্ষৰ লোকৰ অন্তৰো এই পাঁচফালটোৱে দৃঢ়ভাৱে অধিকাৰ কৰি আছে।

পৌৰাণিক হিন্দুধৰ্ম্মৰ ৰামায়ণ আৰু মহাভাৰতৰ সৰ্ব্বনাধাৰণৰ মনত গভীৰভাব সাঁচ বহুৱাইছে। নিৰক্ষৰ লোকৰো মুখে মুখে ৰামায়ণ মহাভাৰতৰ ছন্দ। সকলো কথা বতৰাতেই ইয়াৰ উপমা। বৰ্ত্তমানৰ লগত যেতিয়া উপমা দি নিৰক্ষৰ গাৱলীয়া লোকে ৰামায়ণ মহাভাৰতৰ কথা কয় আৰু কোনো সমস্যা সমাধানত উপনীত হয় তেতিয়া মই সঁচাকৈয়েই আচৰিত হও। যদিও মোৰ অন্তৰত লিখিত বুৰঞ্জীৰ সকলো ঘটনাই বিৰাজমান তথাপি এই নিৰক্ষৰ চহা গাৱলীয়া লোকৰ অন্তৰত হুবহু ৰূপে দেখা দিয়া এই কাল্পনিক বীৰ বীৰঙ্গনাৰ ঘটনা সমূহত মই আত্মহাৰা হওঁ।

মই তেওঁলোকৰ চকুলৈ চাওঁ, চেহেৰালৈ চাওঁ আৰু তেওঁলোকৰ লক্ষ্যলৈ মন কৰোঁ। তেওঁলোকৰ মাজত দেখা পাওঁ চিন্তাশীল ব্যক্তি



হৃষ্ট পুষ্ট ৱলবান ব্যক্তি, পৰিস্কাৰ ধুনীয়া গঠন। মাইকী মনুহৰ মাজত দেখা পাও ধুনীয়া মৰম লগা মুখ আৰু বেজাৰৰ ছাৱ।

সৰ্ব্বসাধাৰণতে ধুনীয়া উজ্জ্বল ব্যক্তি সকল আছিল উচ্চবৰ্ণ হিন্দু সকলৰ ভিতৰত যি সকলৰ আৰ্থিক অৱস্থা ভাল। কেতিয়াবা মই গাৱঁৰ মাজেদি যাওঁতে ধুনীয়া পুৰুষ মহিলাৰ মুখৰ চেহেৰা চাই আচৰিত হৈ যাওঁ। ভাৰতৰ ইমান দুখ দৈন্যতাৰ মাজতো যে ইমান ধুনীয়া ধুনীয়া শ্ৰী চেহেৰাৰে মানুহ শোভা কৰি আছে ভাবি মই আচৰিত হওঁ।

ভাৰতৰ ইমুৰে সিমুৰে দুখ দৈন্যতাৰে ভৰপুৰ। নিষ্ঠুৰ দৈন্যতাই সকলোৰে মূৰত উঠি তাণ্ডৱ নৃত্য খেলিছে। ভাৰতীয় জীৱন অৱসাদ আৰু অনিশ্চয়তাৰ ক'লা ডাৱৰে আবৰি ধৰিছে। সকলো দিগ্‌ভ্ৰান্ত আৰু শঙ্কাকুল। অথাপিও আবহমান কালৰে পৰা চলি অহা ভাৰতীয় কৃষ্টি অনুশীলনে অন্তৰত থকা দৃঢ় সঙ্কল্প মচি নিব পৰা নাই।

এনেভাবেই মই অতীত আৰু বৰ্ত্তমানক লৈ ভাৰতক আবিস্কাৰ কৰিবলৈ সুযোগ পালো। এই ভাবৰ চিন্তা ধাৰাতেই অনুপ্ৰাণিত হৈ জাতীয় জীৱনৰ জখলাত খাপে খাপে উঠি উচ্চ পৰ্ব্বতৰ টিঙ্গত থিয় হৈ সমতল ভুমিলৈ চাই দুয়োটাকে বিজাই চালো।

কি কাৰণে আমাৰ এইয়া জীৱনৰ দীঘলীয়া যাত্ৰা? কোন সীমাত উপনীত হবলৈ আমাৰ এইয়া শোভাযাত্ৰা? এটা অৰ্থ বিহীন হা-হুতাশৰ হুমুনিয়াই আহি মোক দিগ্‌ভ্ৰান্ত কৰি তুলিলে। অবসাদ অনিশ্চয়তাই মোক আগুৰি ধৰিলে।

এই সকলো অৱসাদ আৰু অনিশ্চয়তা মই সাহসেৰে সন্মুখীন হৈ মোৰ সংকল্প পথত আগবাঢ়িলো। আৰু সকলো বাধা বিঘিনি অতিক্ৰম কৰি মোৰ গন্তব্য স্থানত উপনীত হলো।

আংশিকভাবে জয়লাভ কৰিছো যদিও মনে মোৰ সান্ত্বনা পোৱা নাই। মন মোৰ দূৰ মলয়াত শোকাকুল হৈ কান্দি ফুৰিছে।

# “ভাৰত আৱিস্কাৰ”

## সিন্ধু উপত্যকাৰ সভ্যতা

সিন্ধু উপত্যকাৰ সভ্যতা সিন্ধুৰ “মহেঞ্জদাৰো” আৰু পঞ্জাৱৰ “হৰপ্পাত” আবিস্কাৰ হল। ইয়েই অতীত ভাৰতৰ ছবি। খান্দি খান্দি উলিওৱা ভগ্ন অংশ বিশেষে ভাৰতৰ অতীত বুৰঞ্জীৰ পাতনি মেলিছে! বৰ দুখৰ বিষয় যে এই খনন কাৰ্য্য এতিয়া বন্ধ হৈ গল যোৱা ৩০ বছৰে ইয়াৰ কোনো উপযুক্ত মূল্যাঙ্কন কৰিব পৰা নাই। দ্বিতীয় মহাযুদ্ধই এই খনন কাৰ্য্যত সম্পূৰ্ণৰূপে বাধা দিলে আৰু যি খান্দি উলিওৱা হল তাকো অলাগতীয়াল অৱস্থাত অৱহেলা কৰি ৰখা হল।

১৯৩১ আৰু ১৯৩৬ চনত মই দুবাৰকৈ মহেঞ্জদাৰো পৰিদৰ্শন কৰিছো। দ্বিতীয়বাৰৰ পৰিদৰ্শনত দেখা পালে খান্দি উলিয়াই থোৱা পুৰণা অট্টালিকাৰ অংশ বিশেষ শুকান বালি বতাহে, বৰষুণে বহু অনিষ্ট সাধন কৰিছে। ৫০০০ বছৰবো অধিক দিনৰ এই পুৰণা অংশ বিশেষ এনেভাবে ৰদে, বৰষুণে মুক্ত অৱস্থাত থাকি বহু নষ্ট হৈ গল। যত্ন লোৱাৰ কোনো চিন্ নাই। “আৰ্কিওলজীকেল” বিভাগৰ কৰ্ম্মচাৰিজনে মোক জানিব দিলে যে এইবিলাক মূল্যৱান পৌৰাণিক ভগ্নাংশ ৰক্ষা কৰিবলৈ তেওঁৰ হাতত কোনো টকাৰ পুঁজি নাই। মই অনুমান কৰিছো যে লাহে লাহে কেই বছৰ মানৰ পাচত এই মূল্যৱান অংশ বিশেষ নিচিহ্ন হৈ যাব।

এইটো বৰ তাপৰ বিষয় যাৰ কাৰণে কোনো ক্ষমা নাই। কোনো কালেও আবিস্কাৰ কৰিব নোৱাৰা কিছুমান মূল্যৱান মূৰ্ত্তি নোহোৱা হল।

মহেঞ্জদাৰো আৰু হৰপ্পা। দুয়ো ঠাইতেই পৌৰাণিক বুৰঞ্জী লুকাই আছে। আৰু কত ইতিবৃত্তি লুকাই আছে কোনে জানে ?



এই দুয়ো ঠাইৰ সভ্যতাই ভাৰতৰ বিশেষকৈ উত্তৰ ভাৰতৰ বহু ঠাই আগুৰি আছিল। এই সভ্যতাৰ ভগ্ন অংশ বিশেষ কাঠীয়াৰ আৰু পঞ্জাৱৰ অম্বলা জিলাত পোৱা গৈছে। গঙ্গা উপত্যাকাত যে এই সভ্যতা বিয়পি আছিল ইয়াৰ পৰাই ধাৰণা কৰিব পাৰি। সিন্ধু উপত্যাকাৰ সভ্যতাতকৈ আৰু বেছি সভ্যতা বিয়পাৰ এয়েই প্ৰমাণ।

মহেঞ্জদাৰোত পোৱা লিখন সমূহৰ অৰ্থ সম্পূৰ্ণৰূপে এতিয়াও উলিয়াব পৰা নাই।

সিন্ধু উপত্যকাৰ সভ্যতা উন্নত ধৰণৰ হবলৈ প্ৰায় হাজাৰ হাজাৰ বছৰ লাগিছিল।

ইংৰাজ লিখক শ্যাৰ জ’নমাৰচেলে কৈ গৈছে যে মহেঞ্জদাৰো আৰু হৰপ্পাৰ সভ্যতা প্ৰথম সভ্যতা নহয়। বহু আগৰে পৰা ভাৰতত চলি অহা সভ্যতাৰ অঙ্গহে।

ভাৰতৰ সভ্যতা পাৰস্য, মচেপটেমীয়া ইজিপ্ত আদি সভ্যতাৰ লগত এক। তেওঁ লিখিছে পঞ্জাৱ আৰু সিন্ধু উপত্যাকাই ভাৰতৰ আন ঠাইতকৈ উন্নত ধৰণৰ সভ্যতা ভোগ কৰিছিল। কোনো কোনো ক্ষেত্ৰত ইজিপ্ত আৰু মচেপটেমীয়াৰ সভ্যতাকো চেৰ পেলাইছে। সিন্ধু উপত্যাকাৰ সভ্যতা চুমৰিয়ান সভ্যতাৰ লগত বৰ মিল।—আক্কাদত আনকি ভাৰতীৰ উপনিবেশ বহিছিল। সিন্ধু উপত্যাকাৰ শিল্প সমূহ আনকি টাইগ্ৰীছ আৰু ইউফ্ৰেটীচৰ বজাৰ পাইছিললৈ।

চুমাৰিয়ানবিলাকে শিল্পজাত, মচেপট্টেমিয়ান বিলাকে তেল পাউদাৰ সিলিন্দাৰ সকলে চাপ মোহৰ এই সিন্ধু উপত্যাকাৰ পৰাই অনুকৰণ কৰে। বাণিজ্যৰ কেঁচামাল আৰু সুগন্ধি বস্তুও অগণন আছিল।

আৰব সাগৰৰ দাঁতিৰ পৰা মাছ ভাৰতলৈ সদায়ে আহিছিল। মহেঞ্জদাৰোৰ খাদ্য পৰিস্থিতি উন্নত হৈ পৰিছিল।

ভাৰতৰ কপাহ অতীত যুগতো কাপোৰত ব্যৱহাৰ হৈছিল। ভাৰতৰ বাহিৰে পশ্চিমীয়া দেশ সমূহে প্ৰায় তিনি হাজাৰ বছৰলৈকে কাপোৰৰ ব্যৱহাৰ নাজানিছিল। তাৰোপৰি মহেঞ্জদাৰোৰ দক্ষ

বৌদ্ধ ধৰ্ম্মই, বুদ্ধৰ বাক্য সকলোৰে মনঃপুত হল, বুদ্ধই সকলো শিষ্যকে উপদেশ দিছিল তোমালোকে সকলো ঠাইতে গৈ মোৰ বাক্য প্ৰচাৰ কৰা, দুখীয়া সুখীয়া, ধনী-চহকীক কৈ দিয়া সকলো সমান। যেনেকৈ সকলো নদীৰ পানী সাগৰত পৰেগৈ তেনেকৈ সকলোৱেই এক সাগৰৰ। তেওঁৰ ধৰ্ম্মত কোনো উচ্চ-নীচ, ধনী দুখীয়াৰ ভেদাভেদ নাই, ঘৃণা এই পৃথিবীত থাকিব নোৱাৰে। ক্ৰোধক মৰমেৰে দমন কৰা। অন্যায়ক ন্যায়েৰে সামৰি লোৱা। ৰণত এজনে হাজাৰ মানুহক পৰাজয় কৰিব পাৰে কিন্তু যি জনে নিজক জয় কৰিব পাৰিছে তেওঁৱেই হে প্ৰকৃত বিজয়ী। নিজৰ চৰিত্ৰ কৰ্ম্ম পদ্ধতিয়েহে কোনো এজন মানুহক নীচ জাতি বা ব্ৰাহ্মণ বুলি পৰিচয় দিব, জন্মগত স্বত্বই নহয় বেয়া কাম কৰি যদি অনুতাপ কৰে বা পাপ কামত আসক্ত লোককো কদৰ্য্য ব্যৱহাৰ কৰে তেনে পাপী জনকো ঘৃণা কৰিবলৈ দিয়া নাই। এজনে আন এজনক জয় কৰাৰ কথাটো অতি অসুখীয়া বিৱৰণ যিহেতু জয়ে ঘৃণাৰ বীজানু উদ্ভৱ কৰে। কাৰণ যি জনক জয় কৰা হল তেওঁ বৰ অসুখীয়া হৈ ৰল। যেনেকৈ জুইত পুৰি সোণ গ্ৰহণ কৰা হয় তেনেকৈ মোৰ মত আনে লোৱা উচিত। সত্যৰ অনভিজ্ঞতাই সকলো দুখৰ কাৰণ। ঈশ্বৰ বা অনাদি শক্তি আছে নে নাই তেওঁ নকয়। যেতিয়া আমাৰ কোনো কথা বিবেকে ঢুকি নাপায় তেতিয়া আমাৰ বিচাৰ স্থগিত ৰখা উচিত। এটা কথাৰ উত্তৰ দিওঁতে বুদ্ধই কৈছে "যদি অনাদি শক্তি কোনো বস্তুৰেই সম্বন্ধত নাই তেন্তে আমি জনা জ্ঞানৰ পৰা আছে বুলি প্ৰমাণ কৰিম কেনেকৈ? যদি কোনো বস্তুৰ লগত সম্বন্ধই নাই তেন্তে আছে বুলি আমি জনিম কেনেকৈ। আমি জনা মতে গোটেই বিশ্বব্ৰহ্মাণ্ডই ইটো সিটোৰ লগত ঘনিষ্ঠ সম্বন্ধত জড়িত। সেই কাৰণে আমি যি জানো তাতেই সীমাবদ্ধ হোৱা উচিত। বুদ্ধই আত্মাৰ স্থিতিৰ কথা সেই কাৰণে প্ৰকাশ কৰা নাই।

আমি এই পৃথিবীৰ অভিজ্ঞতাৰ পৰা "হয়" বা 'নহয়' এই দুটা শব্দ ব্যৱহাৰ কৰো। হয়তো দুয়োটাই শুদ্ধ নহবও পাৰে যেতিয়া আমি বস্তুৰ উপৰিভাগৰ বিষয়ে জানিব বিচাৰো। আৰু হয়তো তাত সংঘটিত হোৱা ঘটনা সমূহৰ বিষয়ে ব্যাখ্যা কৰিবলৈ ভাষাৰেই নাটনি হব। 'সত্য'—হোৱা নোহোৱাৰ মাজতেই কৰবাত বৈ আছে। একেৰাহে নদী একে গতিতেই বৈ আছে আৰু পানীৰো পৰিবৰ্ত্তন ঘাটি আছে। সেইদৰে 'জুই' আৰু জুইৰ শিখাই যদিও একেই উজ্জ্বলতা, একেই আকাৰ ও গঠন লৈ আছে তথাপি একে শিখা হৈ থকা নাই। ইয়াৰো পৰিবৰ্ত্তন ঘটি আছে। সকলো বস্তুৱেই সেই দেখি পৰিবৰ্ত্তন শীল। আমাৰ জীৱনটোও সেই "হোৱা" শক্তিৰেই বিকাশ মাথোন। বাস্তৱতা স্থিতিশীল বা অপৰিবৰ্ত্তনীয় বস্তু নহয়। এক ৰকম চকম কীয়া শক্তি।



আমাৰ শৰীৰ আৰু আত্মা মুহূৰ্ত্তে মুহূৰ্ত্তে পৰিবৰ্ত্তন হৈ আছে। ই নোহোৱাও হৈ যায়। এক ভাবত কবলৈ গলে আমি সকলো সময়তে মৰিছো আৰু পুনৰ জন্ম গ্ৰহণ কৰিছো এই অনুক্ৰমে কিবা এক নিজ ৰূপৰ নিচিগা বন্ধনৰ প্ৰমাণ দিছে। এই অভগন সোঁতেই হৈছে চিৰ পৰিবৰ্ত্তনশীল স্বৰূপ। সকলোটি চিৰ প্ৰবাহিত, চিৰ গতিশীল আৰু চিৰ পৰিবৰ্ত্তনীয়। এই সকলো বিলাক আমাৰ মনে ঢুকি নাপায়। বুদ্ধদেৱৰ এই মতবাদে বৰ্ত্তমানৰ দৰ্শন, বিজ্ঞান আৰু চিন্তাশীল গতিক আমাৰ নিচেই ওচৰলৈ টানি আনিছে।

জীৱনটোক অস্থায়ী বুলি কৈছে আৰু চিৰস্থায়ী বস্তু কিবা আছে যদি আমি নাজানো। মনটোক শৰীৰৰ এটা অঙ্গ বুলি ধৰিছে। ব্যক্তিক সেই কাৰণে মনৰ এটা সমষ্টি বা মুঠ বুলিছে আৰু আত্মা এটা গতিৰ ঝৰণা। আমি যি কোনো আকাৰতেই উদ্ভৱ হওঁ ই কেৱল ভাৱৰহে ফল।

জীৱন দুখ ও যান্ত্ৰনাৰে ভৰপুৰ। বুদ্ধই ৪টা তথ্যৰ কথা উল্লেখ কৰিছে। ক্লেশ—ইয়াৰ কাৰণ আৰু উপায় কি? বুদ্ধদেৱে শিষ্যক উপদেশ দিওঁতে এই বুলি কৈছে—তুমি গোটেই জীৱনতেই দুখ অনুভৱ কৰিবা। তোমাৰ চকুৰ পৰা ধাৰাষাৰে চকুৰ পানী বব।

তুমি বহু চকুৰ ধাৰা বোৱালা। জীৱনৰ তীৰ্থ যাত্ৰাত তুমি ওলাই যোৱা। দুখো পাবা আৰু উচুপিও কন্দিবা কাৰণ এইটো তোমাৰ প্ৰাপ্য। ভাল পোৱা অংশটো তোমাৰ নহয়।"

এই 'যন্ত্ৰণা' বা 'ক্লেশৰ' পাচত মুক্তি বা নিৰ্ব্বাণ।

## কাৰণ

বুদ্ধদেৱৰ সাধুকথাই মোক লৰালি কালতেই আকৰ্ষণ কৰিছে। সেইকাৰণেই মোৰ যুৱক সিদ্ধাৰ্থৰ প্ৰতি ইমান অনুৰাগ। এই সিদ্ধাৰ্থই অশেষ দুখ, যাতনা ভোগ কৰি অশেষ লাঞ্চিত হৈ বুদ্ধ হল।

এড্‌উইনৰ লাইট্‌ অৱ এচিয়া ( Light of Asia ) মোৰ প্ৰিয়পাঠ্য হল। মই যেতিয়া মোৰ প্ৰদেশত বহু ঠাই ঘুৰিব লগা হয় তেতিয়া মই বুদ্ধদেৱৰ লগত সম্বন্ধ থকা পুৰণা ঠাই চাই বহু আনন্দ পাওঁ। ইয়াতেই নেপালৰ সীমান্তত বুদ্ধদেৱৰ জন্ম। ইয়াতেই বিহাৰৰ গয়াত বুদ্ধদেৱে ভ্ৰমণ কৰিছিল। ইয়াতেই বুদ্ধবৃক্ষৰ তলত বহি বুদ্ধদেৱে সিদ্ধিলাভ কৰে! ইয়াৰে পৰাই তেওঁ ধৰ্ম্মৰ উপদেশ বিলায়। ইয়াতেই তেওঁৰ সমাধিস্থ কৰা হয়।

বৌদ্ধ ধৰ্ম্ম অৱলম্বন কৰা দেশ সমূহলৈ গলে মই মঠ-মন্দিৰ দৰ্শন কৰো। বৌদ্ধ সন্যাসী সকলক লগ ধৰি বৌদ্ধ ধৰ্ম্মই মানুহক কি দিছে, সমাজৰ কি উন্নতি সাধন কৰিছে, বৰ্ত্তমানৰ লগত অতীতৰ কি সামঞ্জস্য আছে তাকে অনুসন্ধান কৰো। বৌদ্ধ সন্যাসী সকলৰ মুখ মণ্ডলত দেখা পাওঁ নিবিড় শান্তি, গাম্ভীৰ্য্যতা, নম্ৰতা আৰু সাংসাৰিক আৱৰ্জ্জনাৰ পৰা সম্পূৰ্ণ ভাৱে মুক্ত হোৱা অৱস্থা। বহু শিল্পীয়ে বুদ্ধদেৱৰ প্ৰতিমূৰ্ত্তি শিলত নতুবা তামৰ ফলিত কাটি থৈ গৈছে।

বুদ্ধদেৱৰ মূৰ্ত্তিৰ পৰা ধাৰণা কৰিব পাৰি যে পদ্ম ফুলৰ ওপৰত বহি



শান্ত আৰু সংযমী হৈ সংসাৰৰ ধুমুহা বতাহত জৰ্জ্জৰিত আৰু দুখ দৈন্যতাৰে ভৰপুৰ পৃথিবীৰ মায়া মোহৰ পৰা আতৰি নিজ ইচ্ছাৰ ও পৰতে মনোনিবেশ কৰি কোনেও ঢুকি নোপোৱাত বহি আছে।

## "অশোক"

চন্দ্ৰগুপ্ত মৌৰ্য্যই স্থাপন কৰা ভাৰত আৰু পশ্চিমীয়া দেশৰ লগত থকা সম্বন্ধ তেওঁৰ পুতেক বিন্দুসাৰৰ ৰাজ্যৰ কাললৈকে থাকিল, ইজিপ্তৰ পলিমীৰ আৰু এন্টিওকাচৰ পৰা পাটলিপুত্ৰলৈ চেলুকচৰ উত্তৰাধিকাৰী সকল আহিছিল। চন্দ্ৰগুপ্তৰ আজো নাতি অশোকৰ দিনত বৌদ্ধ ধৰ্ম্মই পৃথিবীৰ বহু ঠাইত বিয়পি পৰিছিল, সেইসময়ত ভাৰত পৃথিবীৰ দেশ সমূহৰ প্ৰধান কেন্দ্ৰস্থল হল।

২৭৩ খৃঃ পূঃ ত অশোক ৰজা হয়। ইয়াৰ আগেয়ে তক্ষশিলা বিশ্ববিদ্যালয়ৰ ভাইচৰয় আছিল। ভাৰতৰ বহু ৰাজ্য অশোক ৰজাৰ ৰাজ্যত ভুক্ত হল। এওঁৰ ৰাজ্য মধ্য এচিয়ালৈকে বিয়পি পৰিছিল। দাক্ষিণাত্যৰ কিছু অংশ আৰু দক্ষিন পুবৰ কিছু অংশ এই ৰাজ্যৰ বাহিৰত ৰল। ভাৰতক এখন মহান ৰাজ্যত পৰিণত কৰাৰ কল্পনাই অশোকৰ মন আগুৰি ধৰিলে। সেই কাৰণে তেওঁ পূব সাগৰৰ দাঁতিৰ ৰাজ্য কলিঙ্গ দেশ অধিকাৰ কৰিবলৈ গল। এই কলিঙ্গ ৰাজ্যই বৰ্ত্তমানৰ উড়িষ্যা আৰু অন্ধ্ৰ প্ৰদেশৰ অংশক বুজায়। কলিঙ্গবাসীয়ে দেশ ৰক্ষা কৰিবলৈ অশেষ চেষ্টা কৰিছিল। অশোকৰ সৈন্যই কলিঙ্গ জয় কৰিলে। এই যুদ্ধত অসংখ্য সৈন্য নিহত হল। যুদ্ধৰ এই অসংখ্য হতাহতত অশোক মৰ্ম্মাহত হল। যুদ্ধৰে ৰাজ্য জয় কৰাৰ আশা তেওঁ পৰিত্যাগ কৰিলে আৰু বৌদ্ধধৰ্ম্মত দীক্ষিত হল।

তেওঁ চিৰিয়া, ইজিপ্ত, মেচিডনীয়া, চাইৰীনি, ইপাইৰা আদিলৈ ৰাজকটকী পথাই বুদ্ধদেৱৰ ধৰ্ম্ম মত প্ৰচাৰ কৰে। এওঁলোক মধ্য এচিয়া, ব্ৰহ্মদেশ আৰু শ্যাম দেশলৈকো যায় আৰু তাতো বুদ্ধদেৱৰ মত প্ৰচাৰ কৰে। অশোকৰ কন্যা সঙ্গমিত্ৰা আৰু পুত্ৰ মহেন্দ্ৰ

দাক্ষিণাত্যই দি সিংহল দ্বীপলৈ যায় আৰু তাতো বুদ্ধদেৱৰ ধৰ্ম্ম মত প্ৰচাৰ কৰে।

বৌদ্ধ ধৰ্ম্ম সোনকালেই কাশ্মীৰৰ পৰা সিংহল দ্বীপলৈকে গোটেই ভাৰতত বিয়পি পৰিল। এই ধৰ্ম্ম নেপালেদি সোমাই তিৰ্ব্বত, চীন আৰু মাঙ্গোলিয়া পালেগৈ। বৌদ্ধ ধৰ্ম্মত দীক্ষিত হৈ নিৰামিষ ভোজন কাৰী আৰু ৰাগীয়াল বস্তু মদ, ধুমপান আদি ত্যাগ কৰিলে। তথাপিও ক্ষত্ৰিয় আৰু ব্ৰাহ্মণ সকলে মাংস আৰু মদ খালে। পশু হত্যা নিষেধ কৰিলে।

ভাৰত আন দেশৰ লগত বাণিজ্য সুত্ৰত আৰব্ধ হল। মধ্য এচিয়াৰ চিংকিয়াঙত ভাৰতীয় উপনিবেশ স্থাপন কৰি বেহা বেপাৰৰ কাম সুচাৰুৰূপে চলাইছিল। ভাৰতৰ বিশ্ববিদ্যালয় তক্ষশিলাই বিদেশৰ বহু ছাত্ৰক আকৰ্ষণ কৰিছিল।

অশোক এজন ডাঙ্গৰ শাসক আছিল। তেওঁ নিজ ৰাজ্যত ডাঙ্গৰ ডাঙ্গৰ অট্টালিকা আদি সজাবলৈ বিদেশৰ পৰা কাৰিকৰ আনিছিল।

নালন্দা বিশ্ববিদ্যালয় পাটলিপুত্ৰ (পাটনা) আৰু গয়াৰ মাজ... কেতিয়া এই বিশ্ববিদ্যালয়ৰ স্থাপন হল অশোকে এই কথা লিখি থৈ যোৱা নাই। ২৩২ খৃঃ পূঃ ত অশোকৰ মৃত্যু হয়। ৪১ বছৰ এওঁ ৰাজ্য শাসন কৰে। বুৰঞ্জীয়ে এৰি থৈ যোৱা ১০ হাজাৰ শাসনকৰ্ত্তাৰ ভিতৰত মহাৰাজ অশোকৰ নাম ধ্ৰুব তৰাৰ দৰে ভল্গাৰ পৰা জাপানলৈকে আৰু চীন, তিব্বত, ভাৰত সকলোতে জিলিকি আছে।

সময়ৰ সোঁতে মৌৰ্য্য ৰাজ্য নিশ্চিহ্ন কৰিলে। সৰু ৰাজ্যত চুঙ্গী বংশই ৰাজত্ব কৰিলে। চুঙ্গী বংশই দাক্ষিণাত্যত পৰাক্ৰমী ৰাজ্য গঠন কৰিলে। উত্তৰত বেকট্ৰীয়ান বা ইন্দোগ্ৰীক সকলে কাবুলৰ পৰা পাঞ্জাবলৈকে শক্তিশালী ৰাজ্য গঠন কৰিলে। ৰজা মিনানন্দৰ অধীনত এওঁলোকে পাটলিপুত্ৰ আক্ৰমণ কৰে কিন্তু পৰাজয় বৰণ কৰিব লগীয়া হল। মিনানন্দৰ এই যুদ্ধত মৃত্যু হয়।

ভাৰতত ক্ৰমান্বয়ে বৌদ্ধ ধৰ্ম্মৰ মত বিয়পি পৰিল। ভাৰত আৰু গ্ৰীকৰ সংমিশ্ৰণত গান্ধাৰত গ্ৰীক বৌদ্ধৰ কৃষ্টি আৰু অনুশীলনৰ জন্ম হল। আফগানিস্থানৰ সীমান্তৰ "বেচন নগৰত" হেলী দুবাচ বুলি এটা ডাঙৰ স্তম্ভ আছে। গ্ৰীক্ সকলে যে ভাৰতীয় আচাৰ ধৰ্ম্ম লৈছিল তাকে প্ৰমাণ কৰে। "গৰুড়" বাসুদেৱৰ বাহন। ইয়াৰে পৰাই অনুমান কৰিব পাৰি যে পুৰণি গ্ৰীকৰ কাহিনীৰ লগত ভাৰতীয় দৃষ্টি ভঙ্গীৰ সালসলনি ঘটিছিল।



## "শক"

মধ্য এচিয়াৰ "অক্চাচ" উপত্যকাত শক বিলাকে ৰাজ্য স্থাপন কৰিছিল। "ইউৰেচী" সকল পূবফালৰ পৰা আহি শকবিলাকক উত্তৰ ভাৰতৰ ফালে খেদি পথায়। এই শক বিলাকেই বৌদ্ধ আৰু হিন্দু ধৰ্ম্ম গ্ৰহণ কৰে। 'ইউৰেচী' বিলাকৰ কুশান বুলি এটা ডাঙৰ জাতি আছিল। এওঁলোক উত্তৰ ভাৰতত ক্ষমতা শালী হৈ আছিল। কুশান বিলাকে শক বিলাকক পৰাস্ত কৰি দক্ষিণাত্যলৈ খেদি পথায়। শক বিলাক ক্ৰমান্বয়ে কাঠিয়াবাদ আৰু দক্ষিণাত্যলৈ সম্পসাৰিত হল, কুশান বিলাকে গোটেই উত্তৰ ভাৰতৰ চিৰস্থায়ী ৰাজ্য স্থাপন কৰিলে। মধ্য এচিয়াৰো কিছু অংশ ললে। কিছুমানে হিন্দু ধৰ্ম্ম গ্ৰহণ কৰিলে আৰু কিছুমান বৌদ্ধ ধৰ্ম্মাৱলম্বী হল। এওঁলোকৰ বিখ্যাত ৰজা কণিষ্ক যদিও মূলতে বৌদ্ধধৰ্ম্মালম্বী আছিল তথাপি জেৰুস্ত্ৰিয়ান ধৰ্ম্মত সানমিহলি হৈ চলিছিল। উত্তৰ সীমান্ত ৰাজ্যখন কুশান সম্ৰাজ্য আছিল আৰু পেচোৱাৰ এই ৰাজ্যৰ নিচেই ওচৰত আছিল। তক্ষশিলা বিশ্ববিদ্যালয়ৰ বহু পণ্ডিত আৰু ছাত্ৰৰ মিলনৰ স্থল আছিল। ইয়াতেই ভাৰতে স্কীন্ধিয়ান, ইউৰেচী, ইৰান আৰ ব্ৰেফ্‌ট্ৰীয়ী বেকটেৰিয়ান গ্ৰীকৰ লগত যোগাযোগ স্থাপন কৰিছিল আৰু কৰ্ম্ম পদ্ধতিৰ ওপৰতো প্ৰভাৱ বিস্তাৰ কৰিছিল। ইয়াতেই বিখ্যাত নক্সা কটা আৰু ৰং বোলাই ধুনীয়া কৰা আদি বিষয়ৰ কাৰীকৰি স্কুলত পৰিণত হয়।

এই সময় চোৱাতেই চীনৰ লগত ভাৰতৰ সম্বন্ধ গঢ়ি উঠে। ৬৪ খৃঃ পূঃ ত চীন দেশৰ পৰা ভাৰতলৈ ৰাজদূত আহে। তেতিয়া চীনে ভাৰতক নৰাবগৰি ( Peach ) আৰু নাচপতি ( Pear ) উপহাৰ দিয়ে।

কুশান সকলৰ ৰাজত্ব কালতে বৌদ্ধ ধৰ্ম্মৰ মত দুভাগত বিভক্ত হয়। 'মহাজন' আৰু 'হীনযান', ভাৰতে এই দুয়ো মতকে তৰ্কসভাত উত্থাপন কৰিলে। বহু ঠাইৰ প্ৰতিনিধিয়ে এই সভাত যোগ দিছিল। কাশ্মীৰেই এই তৰ্ক সভাৰ কেন্দ্ৰস্থল হল। "নাগাৰ্জ্জুন" বৌদ্ধ পণ্ডিতৰ প্ৰভাৱত মহাজন দলে ভাৰতত জয়ী হল। মহাজনীয়া পন্থৰে চীনদেশ চলিল আৰু হীনযান পন্থত সিংহল দ্বীপ আৰু ব্ৰহ্মদেশ ৰল। কুশান সকলে ভাৰতত বসতি কৰি ভাৰতৰ আচাৰ ধৰ্ম্ম ললে, চন্দ্ৰগুপ্তই ভাৰতভূমিৰ পৰা শত্ৰুক বহিস্কাৰ কৰিলে।

বাৰে বাৰে বিদেশী আক্ৰমণৰ পৰা ভাৰতক ৰক্ষা কৰিব লগীয়া হোৱাত ব্ৰাহ্মণ আৰু ক্ষাত্ৰিয়ৰ ভিতৰত একতা গঢ়ি উঠিল। এই একতাৰ ভিত্তিতেই ভাৰত হিন্দু ধৰ্ম্মত প্ৰতিস্থিত হল।

গুপ্ত কালৰ শাসক সকলৰ ভিতৰত সমুদ্ৰগুপ্ত আন এজন পৰাক্ৰমী শাসক। এওঁক ভাৰতৰ "নেপোলিয়ন" বুলিছিল। এই গুপ্ত ৰাজ্যৰ সময় চোৱাতেই ভাৰত শিক্ষা, ধৰ্ম্ম, কলা, কৃষ্টি আদিত বহু বিষয়ে উন্নতি কৰিছিল।

৪ৰ্থ শতাব্দীৰ আৰম্ভনীৰ পৰাই ১৫০ বছৰ কাল গুপ্তৰাজ্যই ভাৰতত পৰাক্ৰমী আৰু সমৃদ্ধিশালী হৈ উঠিল। ইয়াৰ পাচতো প্ৰায় ১৫০ বছৰ কাল এওঁলোকৰ উত্তৰাধিকাৰীয়ে ৰাজত্ব কৰে। এওঁলোক পাচত অতি দুৰ্ব্বল হ'ল আৰু গুপ্ত ৰাজ্য সৰু সৰু ৰাজ্যত পৰিণত হ'ল। মধ্য এচিয়াৰ পৰা দলে দলে আক্ৰমণকাৰী দল আহি ভাৰতত সোমাল এওঁলোকৰ ভিতৰত আছিল "বগাহুন সকল"। এই বগা হুনসকলে অটীল্যাৰ অধীনত ইউৰোপত উৎপাত কৰে। মহীৰগুলা এই হুন-সকলৰ নেতা আছিল। হালোবৰ্ম্মণে শক্তিশালী দল গঠন কৰি এই



হুনবিলাকক পৰাস্ত কৰি মহীৰগুলাক বন্দী কৰে। গুপ্ত বংশৰ উত্তৰাধিকাৰী 'বালাদিত্যই' তেওঁক মুকলি কৰি দি ভাৰতৰ পৰা যাবলৈ কয়। কিন্তু মহীৰগুলাই তাৰ পৰিবৰ্ত্তে শক্তি সংগ্ৰহ কৰি বালাদিত্যক আক্ৰমণ কৰে।

উত্তৰ ভাৰতত হুণ বিলাকৰ শাসন কাল প্ৰায় ৫০ বছৰ আছিল। বহু সংখ্যক "হুনে" ভাৰতৰ নীতি নিয়ম ল'লে। কিছুমান "হুন" ৭ম খৃঃ ত মূৰদাঙি উঠিছিল। এওঁলোকৰ কনৌজৰ ৰজা হৰ্ষবৰ্দ্ধণে এখন শক্তিশালী ৰাজ্য স্থাপন কৰে! এওঁ বৌদ্ধ ধৰ্ম্ম মানি ললে। এওঁ মহাজনীয়া পন্থা অৱলম্বন কৰিলে। এই পন্থা হিন্দু ধৰ্ম্মৰ লগত বহুত মিল, হিন্দুধৰ্ম্ম আৰু বৌদ্ধধৰ্ম্ম দুয়ো ধৰ্ম্মকেই এওঁ সহানুভূতিৰ চকুৰে চালে, এওঁৰ দিনতেই চীনদেশৰ পৰিব্ৰাজক বিখ্যাত হীউয়েনচাঙ্ ( Hsuan Tsang ) ৬২৯ খৃঃ ত ভাৰতলৈ আহে।

হৰ্ষবৰ্দ্ধন এজন কবি সাহিত্যিক, নাট্যকাৰ, শিল্পী আছিল। এওঁৰ ৰাজপ্ৰাসাদত কেইবাজনো সুবিখ্যাত কবি সাহিত্যিক শিল্পী আছিল। এওঁৰ ৰাজধানী উজ্জয়িনী শিক্ষাৰ বিখ্যাত কেন্দ্ৰ হৈ পৰিল। হৰ্ষবৰ্দ্ধনৰ মৃত্যু হয় ৬৪৮ খৃঃত। ঠিক এই সময়তেই আৰব মৰুভূমিত ইচ্‌লাম ধৰ্ম্মই বিকাশ পায়। এই ধৰ্ম্ম দ্ৰুত গতিত আফ্ৰিকা আৰু এচিয়াত প্ৰবেশ কৰে।

## "দক্ষিণ ভাৰত"

মৌৰ্য্য সাম্ৰাজ্যৰ ১০০০ বছৰৰ পাচত দক্ষিণ ভাৰতৰ ৰাজ্য শক্তিশালী হৈ পৰে। "অন্ধ্ৰ" বিলাকে 'শক' বিলাকক যুদ্ধত পৰাস্ত কৰে। অন্ধ্ৰসকল কুশান সকলৰ সমকক্ষ হ'ল। ক্ৰমান্বয়ে "চেলুকান" আৰু ৰাষ্ট্ৰকুটজসকলে ৰাজ্য স্থাপন কৰিলে। এওঁলোকৰ দক্ষিণে "পলঙ্গ" বিলাক মূৰ দাঙ্গি উঠিল আৰু চোলা ৰাজ্য স্থাপন কৰিলে। ক্ৰমান্বয়ে শক্তিশালী হৈ ভাৰত প্ৰণালী পাৰ হৈ সিংহলদ্বীপ আৰু দক্ষিণ ব্ৰহ্ম

অধিকাৰ কৰিলে। এই চোলা ৰাজ্যৰ শেষৰ ৰজা আছিল "ৰাজেন্দ্ৰ"। এওঁৰ মৃত্যু হয় ১০৪০ খৃঃত।

ধুনীয়া ধুনীয়া বস্ত্ৰ উৎপাদন কৰিছিল দক্ষিণ ভাৰতে, সাগৰত বাণিজ্যৰ লগত যোগাযোগ স্থাপন কৰিছিল দক্ষিণ ভাৰতে। বহু দূৰ দেশলৈ সাগৰেদি বেহা বেপাৰ লৈ গৈছিল চুলা সকলেই। পাৰস্যৰ লগত ভাৰতৰ ৰাজদূতাবাসৰ সম্বন্ধ স্থাপন কৰিছিল চালুকান ৰজাৰ দিনতেই। বিদেশী আক্ৰমনৰ সঘনে সম্মুখিন হৈছিল উত্তৰ ভাৰতেই। এই আক্ৰমণৰ ছাঁ দক্ষিণ ভাৰতত পৰা নাছিল। দক্ষিণ ভাৰতত কাৰিকৰী আৰু বিদ্যা চৰ্চাৰ প্ৰভাৱ পেলায় উত্তৰ :ভাৰতেই। বিদেশী শক্তিৰ আক্ৰমনত আৰু নতুন ভাবৰ বিনিময়ত উত্তৰ ভাৰত আগুৱাই গ'ল। দক্ষিণ ভাৰত "হিন্দু ধৰ্ম্ম"ৰ লাইখুঁটা ৰূপে থিয় দি ৰ'ল।

চামে চামে এৰিয়ান্, ড্ৰাভিদিয়ান্, তুৰাণীয়ান আৰু মঙ্গোলীয়ান আহি ভাৰত সোমাল। এৰিয়ানবিলাক ড্ৰাভিদিয়ানৰ লগত মিলি গ'ল। এওঁলোকৰ দৰেই ভাৰতলৈ আহিছিল মেডিয়ানচ্, ইৰাণীয়ানচ্, গ্ৰীক্স্, বেক্‌ট্ৰিয়ানচ্, পাৰ্থিয়ানচ্, শক, কুশান, ইউয়েচী আৰু তুৰ্কী। এওঁলোকৰো বহু ভাৰতঁতে ৰৈ গল।

দুৰ্দ্দান্ত যুজাৰু জনজাতি বিলাকে উত্তৰ ভাৰতৰ সমতল খণ্ড বাৰে বাৰে আক্ৰমণ কৰি ইয়াৰ ৰজাক বন্দী কৰি নতুন ৰাজধানী পাতিছিল। সময়ৰ সোঁতত এওঁলোকেও ক্ষীন মাত্ৰ চিন ৰাখি কালৰ বুকুত অদৃশ্য হৈ গল।

বিদেশী আক্ৰমণকাৰী সকলৰ ভিতৰত ইৰাণীয়ান বিলাকেই ভাৰতীয় জীৱনধাৰা আৰু অনুশীলনত পৰিপুষ্ট। ভাৰতীয়ৰ দৰেই এওঁলোকেও এওঁলোকৰ কৃষ্টি সভ্যতাৰ দ্বাৰা আনক আকৰ্ষণ কৰিব পাৰিছিল।

৭ম খৃঃ ত আৰব সকলে ইৰাণ আক্ৰমণ কৰোঁতে ইৰাণীয়ান সকল কৃষ্টি ও সভ্যতাৰ প্ৰভাৱত পৰে। ফৰাচী ভাষা ও সাহিত্য ইউৰোপ বিয়পাৰ দৰে পাৰ্শীয়ান ভাষাও গোটেই এচিয়াত বিয়পি পৰে



কনষ্টেন্টিনুপুলৰ পৰা "গুবি" মৰুভূমিলৈকে ইৰাণৰ কৃষ্টি ও সভ্যতা বিস্তাৰিত হয়। ভাৰতৰ ওপৰতো ইয়াৰ প্ৰভাৱ পৰে।

আফ্‌গান আৰু মোগল শাসক সকলৰ দিনত ভাৰতত আদালতৰ ভাষা আছিল পাৰ্শী ভাষা। এই ভাষা বৃটীশ শাসনৰ দিনলৈকে চলিল। বৰ্ত্তমান ভাৰতত থকা সকলে ভাষাতেই পাৰ্শী ভাষা সোমাই আছে। সংস্কৃতৰ পৰাই পাৰ্শী ভাষাৰ জন্ম। হিন্দুস্থানী ভাষাও এই সংস্কৃত ভাষাৰেই অঙ্গ। দক্ষিনাত্যৰ দ্ৰাভিদিয়ান ভাষাৰ ওপৰতো পাৰ্শীভাষাৰ প্ৰভাৱ পৰে।

অতীজৰে পৰা সাহিত্য জগতত ভাৰতবৰ্ষই নামজ্বলা বহু কবি ও সাহিত্যিক উদভৱ কৰিছে।

সিন্ধু উপত্যকাৰ সভ্যতাৰ লগত ইৰাণ আৰু মেচেপটেমীয়া সভ্যতাৰ সামঞ্জস্য আছে। "ঋক বেদত" পাৰস্যৰ কথা উল্লেখ আছে। পাৰ্শীয়ান সকলক "পৰচ্‌ৱাস্" বা পৰাচিকাচ্" আৰু "পাৰ্থীযান" সকলকে "পাৰ্থচ্" বুলিছিল।

ভাৰতৰ উত্তৰ সীমান্তৰ ঠাই কাবুল, কান্দাহাৰ আৰু চিয়েস্তান প্ৰায়েই ভাৰতৰ ৰাজনৈতিক অঙ্গ স্বৰূপ। ইয়াতেই ভাৰতীয় আৰু ইৰাণীয়ান্ সকলৰ মিলন হয়। পাৰ্থীয়ান্ সকলে ভাৰতক 'বগা ভাৰত' বুলিছিল।

খৃষ্টীয়ান্ শক আৰম্ভ হোৱাৰ আগে আৰু পিছে দুই শতাব্দীলৈকে হিন্দুধৰ্ম্মই প্ৰাধান্যতা লাভ কৰিছিল। পাৰ্থীয়ান সকল মোগলে ভাৰত আক্ৰমণ কৰাৰ আগলৈকে ভাৰতীয় হৈয়েই আছিল।

উত্তৰ ভাৰতত বেহা বেপাৰ ও বাণিজ্যই থিতাপী ললে। আৰু আন ঠাইৰ পৰা ভ্ৰমনকাৰীও ভাৰতলৈ আহিল।

তুৰক, আফ্‌গান আৰু মোগল সকলে ভাৰত জয় কৰাৰ পাচৰ পৰাই মধ্য এশিয়া আৰু পশ্চিম এচিয়াৰ লগত ভাৰতবৰ্ষ বিশেষ সম্বন্ধ সূত্ৰত আৰম্ভ হয়।

১৫০০ শতাব্দীত ইউৰোপীয় সভ্যতাৰ জাগৰণ হয়। চমাৰকন্দ

আৰু বুখ্ৰাট্ ইউৰোপীয় সভ্যতাৰ জাগৰণৰ লগে লগে মূল দাঙ্গি উঠে আৰু ইৰাণৰ দ্বাৰাও প্ৰভাবান্বিত হয়। চমাৰকন্দ আৰু বুখ্ৰাটতেই "টাইমূৰ" সকলৰ জাগৰণ। বাবৰ এই টাইমূৰৰ বংশধৰ। এওঁৰেই দিল্লীৰ সিংহাসনত বহে। "সোনালী কৃষ্টি" যোগৰ জন্ম দিয়ে ইৰাণে ১৬০০ খৃঃত উন্নত কৃষ্টি সভ্যতাৰে। পাৰস্যৰ ৰজাৰ লগতেই পলাতক হৈ বাবৰৰ পুত্ৰ হুমায়ূন আকৌ ভাৰতলৈ ঘূৰি আহে।

মোগল সম্ৰাট সকলে ভাৰত আৰু ইৰাণৰ মাজত গভীৰ সম্বন্ধ স্থাপন কৰিছিল। আন আন দেশৰ শিল্পী ও কাৰিকৰে মোগল সম্ৰাটৰ দৰবাৰো শোভা কৰে।

পাৰস্য আৰু ভাৰতীয় ভাবধাৰা সন্মিলিত হৈ আগ্ৰা আৰু দিল্লীত ধুনীয়া ধুনীয়া নতুন অট্টালিকা তৈয়াৰ হল। ইয়াৰ ভিতৰত জগত বিখ্যাত "তাজমহল" আজিও জিলিকি আছে। ফ্ৰান্সৰ লিখক স্বভান্তে "তাজমহলক" ইৰাণৰ আত্মাই ভাৰতত অৱতাৰ ললে বুলি উল্লেখ কৰে।

ইৰাণৰ লগত ভাৰতৰ বহু সম্বন্ধ ঘটিল। কিন্তু দুৰ্ভাগ্যক্ৰমে নাদীৰচাহৰ ভাৰত আক্ৰমনে শেষৰ সকলো স্মৃতি বিছিন্ন কৰে।

বৃটিশ শাসনে ভাৰতক সকলো দেশৰ লগতে যোগাযোগৰ পৰা বঞ্চিত কৰে। সাগৰেদি নতুন জলপথ আবিস্কাৰ কৰি ইংলণ্ডৰ লগত ভাৰতক লগ লগালে। ইৰাণ, চীন, আৰু মধ্য এচিয়া ভাৰতৰ পৰা আতৰি গল। আকাশীযানেহে আন দেশৰ পুৰণা বন্ধুৰ লগত যোগাযোগ স্থাপন কৰিলে। ভাৰতক এনেদৰে আনদেশৰ পৰা নিলগাই ৰখাটো বৃটীশ শাসনৰ এটা বৰ অশোভনীয় কথা। ই ভাৰতবাসীৰ কাৰণে দুৰ্ভাগ্যজনক।

পুৰণি ইৰাণৰ লগত ভাৰতৰ সম্বন্ধ একেদৰেই চলি থাকিল। ১৩০০ বছৰৰ আগেয়ে "ইচ্লাম ধৰ্ম্ম" যেতিয়া ইৰাণত সোমাই তেতিয়া কেইবা হাজাৰো জেৰুষ্ট্ৰীয়ান ভাৰতলৈ আহে আৰু নিজ আচাৰ ধৰ্ম্মলৈ পশ্চিম সাগৰৰ দাঁতিত বসতি কৰে। এওঁলোকেই পাৰ্চী বুলি জনাজাত



হল। ব্ৰিয়া বাৰু আদিও নিজৰ গোষ্ঠীৰ ভিতৰতে কৰে। আৰু বেহা বেপাৰ বাণিজ্যৰো গুৰি ধৰে।

এলাহাবাদত ইৰাণীয়ান কলা কৃষ্টিৰ এগৰাকী নেতাই কৈছিল ইৰাণ আৰু ভাৰত দুয়ো ভাই ককাই। এজন পূবলৈ আৰু আনজন পশ্চিমলৈ গল। এওঁলোকৰ নাতি পুতিয়ে এই বিষয়ে সকলো পাহৰিলে। বাঁহীত বজোৱা কেইটিমান সুৰৰ লহৰহে মাথো মিলি গল। সেই কাৰণেই আমি ভাৰতলৈ আহিছো পুৰণা স্মৃতি উদ্ধাৰৰ কাৰণে।

## "ভাৰত আৰু গ্ৰীচ"

পুৰণি গ্ৰীচ ইউৰোপীয় সভ্যতাৰ কেন্দ্ৰস্থল বুলি বহু মুনিৰ বহু মত। ভৌগলিক জলবায়ু লৈ গ্ৰীচ ভাৰতৰ লগত আমিল। গ্ৰীচত কোনো ডাঙ্গৰ নদ নদী নাই। অৰণ্য নাই আৰু ডাঙ্গৰ গছ গছনিও নাই। সাগৰে গ্ৰীচক বেচি ৰকমে আঘাট কৰিছে ভাৰতক কিন্তু কৰা নাই।

গ্ৰীচ আৰু ভাৰতীয় মনৰ চিন্তা ধাৰাত এক মিল আছে। দুয়ো প্ৰকৃতিৰ উপাসক। ভাৰতৰ ডাঙ্গৰ ডাঙ্গৰ নদ নদী পাহাৰ পৰ্ব্বত আৰু সমতল ভূমি বহুদূৰ ব্যাপি মনোমোহা কৰিছে! গ্ৰীচতো কিছুমান পৰ্ব্বত আছে। "অলীম্পাচ" পৰ্ব্বতক গ্ৰীচে দেৱ দেৱতাৰ বাসস্থান বুলি মান কৰে। ভাৰতেওঁ হিমালয়ক দেৱতাৰ বাসস্থান বুলি বৰ্ণনা কৰে।

## কবি কালিদাস

ইউৰোপত "স্যাৰ উইলিয়াম জহনে" ১৭৮৯ খৃষ্টাব্দত কালিদাসৰ "শকুন্তলা" নাট প্ৰকাশ কৰে। কালিদাস সংস্কৃত সাহিত্যৰ শ্ৰেষ্ঠ কবি নাট্যকাৰ। কালিদাসে বহু সংস্কৃত নাট আৰু কবিতা ৰচনা কৰে। ৪ৰ্থ শতাব্দীত উজ্জয়িনীত ২য় চন্দ্ৰগুপ্ত বা বিক্ৰমাদিত্যৰ ৰাজদৰবাৰত কালিদাস নবৰত্নৰ ভিতৰত এজন শ্ৰেষ্ঠ ৰত্ন।

কালিদাস যুগৰ লোক সকলৰ ভিতৰত অদ্বিতীয়। এওঁক মানব যুগে মানসপুত্ৰ ৰূপে লাভ কৰে। কালিদাসে জীৱনৰ সকলো সংঘাটৰ মাজে গৈ জীৱনৰ প্ৰকৃত সৌন্দৰ্য্য আৰু কোমলতাক সম্পূৰ্ণৰূপে প্ৰতিফলিত কৰে। প্ৰকৃতিৰ ভূবন ভুলুৱা মনোমোহা ৰূপত নিজেই ওপঙে।

“মেঘদূত” কালীদাসৰ কবিতা কুঞ্জৰ এটা দীঘলীয়া কবিতা। এই কবিতাত “প্ৰিয়তমাৰ পৰা প্ৰিয়তমক্” পৃথক কৰি ৰখা হৈছে। প্ৰিয়তমে আকাশ বতাহ বায়ু বৰুণ সকলোতে পাত পাতকৈ প্ৰিয়তমাক বিচাৰি ফুৰিছে। প্ৰিয়তমা কত আছে তাৰে বাতৰি দিবলৈ সকলোকে অনুৰোধ কৰিছে। আমেৰিকাৰ সাহিত্যিক “ৰীডাৰে” মেঘদূত কবিতাৰ ভাবধাৰাত মুগ্ধ হৈ কালিদাসলৈ তেওঁৰ অন্তৰৰ গভীৰ শ্ৰদ্ধা নিবেদন কৰিছে—। কবিতাৰ ভাবৰ দুটা ধাৰালৈ লক্ষ্য কৰি তেওঁ কৈছে—কবিতাৰ প্ৰথম অংশই বহিঃজগতৰ প্ৰকৃতিৰ বিবৰণ দিছে। এই বিবৰণ মানুহৰ অনুভূতিৰ লগত খাপ খোৱা। শেষৰ অংশ মানব হিয়াৰ এখন ছবি। সকলো বিবৰণতেই প্ৰকৃতিৰ মনোমোহা সৌন্দৰ্য্যৰে ভৰপুৰ। কবিতাৰ ছন্দসমূহ এনেভাবে ধুনীয়াকৈ সজাইছে যে কোন অংশনো উত্তম তাক ঠাৱৰুৱা টান।”

ইউৰোপে ১৯০০ শতাব্দীতো যি জ্ঞান আহৰণ কৰিব পৰা নাছিল কালিদাসে সেই জ্ঞান আহৰণ কৰিছিল ৫০০ শতাব্দীতেই। যি সকলে কালীদাসৰ কবিতা মালা পঢ়িছে তেওঁলোক কালিদাসৰ ঐশ্বৰিক শক্তিত মুগ্ধ।

## “ভাৰতবৰ্ষ আৰু চীনদেশ”

বৌদ্ধ ধৰ্ম্মই ভাৰত আৰু চীনক এক গাঢ় সম্বন্ধত বান্ধিলে। অশোক ৰজাৰ আগেয়ে ভাৰত আৰু চীনৰ এনে সম্বন্ধ আছিল নে নাই জনা নাযায়। আগেয়ে সাগৰৰ চিঙ্কৰ ব্যৱসায়ত চীনৰ লগত ভাৰত জড়িত আছিল।



ভাৰতৰ পূব সীমান্তৰ লোক সকল দেখাত মঙ্গোলীয়ান সকলৰ নিচিনা। এওঁলোকৰ নেপালৰ লগতো চেহেৰাৰ মিল আছে। আসাম আৰু বঙ্গপ্ৰদেশৰ লগতো চেহেৰাৰ এনে মিল আছে।

অশোকৰ দিনত বৌদ্ধধৰ্ম্মৰ মিশন চীনদেশলৈ গল। ১০০০ বছৰ জুৰি ভাৰত আৰু চীনৰ মাজত ভ্ৰমনকাৰী দলৰ যাতায়াত চলি থাকিল।

গুবি মৰুভূমিয়েদি হিমালয় পৰ্ব্বত পাৰ হৈ বহু বিপদ ও কষ্টৰ সম্মুখিন হৈ ভ্ৰমণকাৰীৰ দল মধ্য এচিয়া পাইছিল গৈ। বহু ভ্ৰমণকাৰীয়ে এই বিপদ সঙ্কুল যাত্ৰাত আনকি নিজৰ প্ৰাণো বিসৰ্জ্জন দিছিল। যি সকল এবাৰ পাৰ হৈ গল তেওঁলোক আৰু দুনাই ঘুৰি নাহিল।

আৰু এটা পথ আছিল সাগৰেদি। এই সাগৰ পথেদি গৈ জাভা, সুমাত্ৰা, মালয়া আৰু নিকোবৰ দ্বীপহৈ চীন দেশ পাইছিল গৈ।

বৌদ্ধধৰ্ম্ম গোটেই মধ্য এচিয়া আৰু ইন্দুনেচীয়াৰ কিছু অংশ বিয়পি পৰিল। বহু বৌদ্ধমন্দিৰ ইয়াত গঢ়ি উঠিল। ভ্ৰমনকাৰী আহোঁতে যাওঁতে এই বৌদ্ধমন্দিৰত থাকিবলৈ সুবিধা পাইছিল। এই বৌদ্ধমন্দিৰেই ধৰ্ম্ম চৰ্চ্চাৰ কেন্দ্ৰ হৈ উঠিল।

চীনা পৰিব্ৰাজক সকল ভাৰতলৈ আহোঁতে ইন্দুনেচীয়াৰ বৌদ্ধমন্দিৰতে কেইবা মাহো থাকি সংস্কৃত অধ্যয়ন কৰে।

প্ৰথম ভাৰতীয় পৰিব্ৰাজক পণ্ডিত মাতঙ্গই ৬৭ খৃঃত চীন দেশ পায়। এওঁ চীন দেশৰ ৰজা মিংটীয়াংক দেখা কৰে। সম্ভৱ মিংটীসাঙ্গেই কাশ্যপ মাতঙ্গক নিমন্ত্ৰণ কৰিছিল।

কাশ্যপ মাতঙ্গই “লু” নদীৰ পাৰত “লুওৰাংত” বসতি কৰে। এওঁৰ লগত “ধৰ্ম্মৰক্ষক” পাচত গৈছিল। ভাৰতৰ পৰা যোৱা বিখ্যাত পণ্ডিত সকলৰ ভিতৰত বুদ্ধভদ্ৰ, জীনভদ্ৰ, কুমাৰজীৱ পৰমাৰ্থ, জীনগুপ্ত আৰু বুদ্ধিধৰ্ম্মই প্ৰধান। প্ৰত্যেকেই বহু বৌদ্ধ সন্যাসী লগত লৈ গৈছিল আৰু লুওৰাংত কিছু দিন কটাইছিল। ৬০০ খৃঃত লুওৰাংত

৩০,০০০ হাজাৰত কৈয়ো ওপৰ বৌদ্ধ সন্যাসী আৰু ১০,০০০ হাজাৰত কৈয়ো ওপৰ ভাৰতীয় পৰিয়ালে বসতি কৰে। এওঁলোকে বহু সংস্কৃত গ্ৰন্থ লগত নিছিল। আৰু চীনা ভাষালৈ অনুবাদ কৰে। চীনাভাষাক এওঁলোকেই গত দিয়ে।

কুমাৰজীব ৪০১ খৃঃত চীন দেশলৈ যায়। এওঁ চীনা ভাষাত ৪৭ খন কিতাপ লিখে! এওঁ চীনা ভাষাৰ যথেষ্ট জ্ঞান লাভ কৰে। সুবিখ্যাত ভাৰতীয় পণ্ডিত নাগাৰ্জুনৰ জীৱনী এওঁ চীনা ভাষাতেই লিখে। এওঁৰ চীনা ভাষাৰ সাহিত্য খুব উন্নত আছিল।

৬০০ খৃঃৰ ২য় ভাগত ভাৰতীয় পণ্ডিত জীনাগুপ্ত চীন দেশলৈ যায়। এওঁ ৩৭ খন সংস্কৃত গ্ৰন্থ চীনা ভাষালৈ অনুবাদ কৰে। চীনৰ সম্ৰাট তুৱাঙে জীনাগুপ্তৰ শিষ্যত্ব গ্ৰহণ কৰে।

চীনৰ লগত ভাৰতবৰ্ষৰ দুই ৰকমে সমন্ধ স্থাপন হল। চীন দেশৰ পৰা বহু পণ্ডিত ভাৰতলৈ আহিছিল আৰু এওঁলোকে ভাৰতৰ লিখিত বিবৰণ থৈ গৈছে। চীনা পণ্ডিত সকলৰ ভিতৰত বিখ্যাত চীনা পৰিব্ৰাজক ফাহিয়ান্, চুংইয়ং, হীওৱেনচাং আৰু "ইচীঙেই" প্ৰধান।

৫০০ শতাব্দীত ফাহীয়ান্ ভাৰতলৈ আহে। এওঁ চীনত কুমাৰজীৰৰ শিষ্য আছিল। ফাহীয়ানে ভাৰতলৈ আহোঁতে কুমাৰজীৱে ভাৰতৰ নীতি নিয়ম আদি শিকি যাবলৈ ফাহীয়ানক উপদেশ দিছিল। উদেশ্য হল চীনে ভাৰতক ভালকৈ চিনি পাৰক।

ফাহীয়ানে পাটলিপুত্ৰ বিদ্যালয়ত শিক্ষালাভ কৰিছিল। ভাৰতলৈ অহা চীনা পৰিব্ৰাজক সকলৰ ভিতৰত হীওয়েনচাঙেই প্ৰধান।

৭০০ শতাব্দীত চীনত যেতিয়া তুৱাং বংশই ৰাজত্ব কৰে সেই সময়তেই উত্তৰ ভাৰতত হৰ্ষবৰ্দ্ধন বিশাল সাম্ৰাজ্য স্থাপন কৰে। এই সময়চোৱাতেই হীওয়েনচাং ভাৰতলৈ আহে আৰু নলন্দা বিশ্ববিদ্যালয়ত অধ্যয়ন কৰি এম্ এল্ ডিগ্ৰী লাভ কৰে। এই বিশ্ববিদ্যালয়ৰে ভাইচ প্ৰিন্সিপালৰ পদো এওঁ গ্ৰহণ কৰে।

হৰ্ষবৰ্দ্ধন আছিল এখন বিশাল সাম্ৰাজ্যৰ ৰজা আৰু এজন



নাট্যকাৰ। এওঁ এজন সাহিত্যিকো আছিল। তিনি খন নাট এওঁ নিজে ৰচনা কৰে।

ভৱভূতি ৭০০ খৃঃ ত সুবিখ্যাত কবিৰূপে জনাজাত হয়। এওঁ সংস্কৃত সাহিত্য জগতৰ এজন উজ্জল তৰা। এওঁ সংস্কৃত সাহিত্যত কবিৰূপে প্ৰায় কালিদাসৰ ওচৰ ওচৰি।

উইলচন (Wilson) অক্সফৰ্ড (Oxford) বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ অধ্যাপক আছিল। এওঁ কবি কালিদাস ও ভৱভূতিৰ কথা উল্লেখ কৰি এনেদৰে কৈছে" কালিদাস আৰু ভৱভূতিৰ বাহিৰে ইমান গাম্ভীৰ্য্যপূৰ্ণ ৰসাল ভাষা আন কোনোবাই সৃষ্টি কৰিব পাৰে বুলি মোৰ মনত ঠায়ে নাপায়।" শব্দৰ গাঁথনি, চন্দৰ লহৰ আৰু ভাবৰ গাম্ভীৰ্য্যতাই সংস্কৃত ভাষালৈ সঞ্জীবনী শক্তি আনিলে। সংস্কৃত নাটকৰ সোঁত হাজাৰ বছৰ ধৰি চলিল। মুৰাৰীৰ দিনৰ পৰাই সংস্কৃত ভাষাৰ প্ৰচলন কমি আহিল আৰু ৯০০ শতাব্দীত একেবাৰে ম্লান হৈ পৰিল। চলিত যুগৰ সংঘাটত সংস্কৃত ভাষাৰ পতন হল।

ইন্দু আফ্গান্ আৰু মোগল সম্ৰাট সকলৰ দিনত এওঁলোকৰ অজ্ঞতাৰ কাৰণে সংস্কৃত ভাষা ক্ৰমান্নয়ে নিস্তেজ হৈ পৰিল। ইয়াৰ উপৰিও "ইচ্লাম্ ধৰ্ম্ম" ভাৰতত প্ৰচাৰ হোৱাত সংস্কৃত নাটক আদিৰ প্ৰচলন সমাজত কমি আহিল। উচ্চ পৰ্য্যায়ৰ হিন্দু আৰু ধনী সম্প্ৰদায়ৰ ভিতৰতহে সংস্কৃত ভাষাৰ প্ৰচলন ৰ'ল গৈ। ৰাজনৈতিক অদল বদলৰ পৰিস্থিতিয়ে সংস্কৃত ভাষাৰ ওপৰত বেচিকৈ আঘাট কৰিলে।

আফ্গান আৰু তুৰকৰ সম্ৰাট সকল দিল্লীৰ সিংহাসনত বহাৰ আগেয়ে সংস্কৃত ভাষাৰ অৱনতি ঘটে। সেই কাৰণে পাৰ্চী ভাষাৰ নিচিনাকৈ সংস্কৃত ভাষাও ভাৰতৰ শিক্ষনুস্থানত শিকিব লগীয়া হল। তথাপিও সংস্কৃত নাটক মধ্যযুগলৈকে চলিয়েই থাকিল।

১৮৯২ খৃঃ ত চেক্সপীয়েৰে "মিদ্ চামাৰ ড্ৰিম্" বুলি সংস্কৃত নাটকৰ ইংৰাজীলৈ অনুবাদ কৰে।

কালিদাস আৰু আন আন সংস্কৃত সাহিত্যিক সকলৰ সাহিত্য "প্ৰাকৃত" ভাষাত লগত মিহলি। একে সাহিত্যকেই শিক্ষিত সকলে সংস্কৃতত কয় অশিক্ষিত আৰু মাইকী মানুহে "প্ৰাকৃত" ভাষাত কয়।'

## সংস্কৃত কবিতা ও চন্দযুক্ত বাক্য।

সংস্কৃত নাটকৰ উন্নত সাহিত্যৰ বাহিৰেও ৰামায়ণ আৰু মহাভাৰতৰ ঘটনা সমূহে সংস্কৃত সাহিত্যত বিশেষকৈ ঠাই পাইছিল।

গ্ৰীক্ সাহিত্যৰ দৰে সংস্কৃত ভাষাতো ভাবৰ অনুকম্পন প্ৰকৃতিৰ লগত বিশেষ ভাবে জড়িত। গ্ৰীক নাটকৰ মূল ভেতি শোকাবহ ঘটনাৰে পৰিপূৰ্ণ।

মানুহে কিয় ক্লেশ ভোগ কৰে? দুৰ্ঘটনা পৃথিবীত কিয় ঘটে? ধৰ্ম্মই বিঙ্গিয়াই কোৱা ঈশ্বৰৰ কথা কিয় মানুহে সহজে বুজি নাপায়? এই বেচেৰা মানৱ জাতীয়ে শৈশৱৰে পৰা মৰণলৈকে সৃষ্টি কৰ্ত্তাৰ উদ্দেশ্য উদ্ঘাটন কৰিবলৈ কত কৃত্ৰিম উপায়ে শক্তিশালী সৃষ্টিৰ পাতনি মেলিছে কিমান সংগ্ৰাম কৰিছে তাৰ সীমা নায়। মানুহে যাতনা ভুগিছে, জীৱন সংগ্ৰামৰ সন্মুখিন হৈছে। মানুহে জানিছে ও বুজিছে যে প্ৰকৃতিৰ সৃজন ৰহস্য মানুহে কোনো কালেই উদ্ঘাটন কৰিব নোৱাৰে বুলি। কুহুকিনীৰ প্ৰহেলিকা ঠেলি প্ৰকৃতিৰ ৰহস্য ভেদা অসাধ্য বুলি মানুহে জানে।

সংস্কৃতৰ দৰে গ্ৰীক সাহিত্যই শোকাবহ ঘটনাৰ গধুৰতা দাঙ্গি ধৰিব পৰা নাই। গ্ৰীক সাহিত্যই পুনৰ-জন্ম, জন্মৰ হেতু, আৰু ফলাফল নিৰ্ণয় কৰিছে। দুৰ্যোগ দুৰ্ঘটনা বিনা কাৰণে হব নোৱাৰে বুলি ডাঠি কৈছে। এতিয়া ঘটা ঘটনা সমূহ পূৰ্ব্ব জন্মৰ কৰ্ম্মফল বুলি বৰ্ণনা কৰে। মানুহে কৰিব লগা জীৱন সংগ্ৰামত একো অন্ধশক্তি সোমাই থকা নায়; ভাবুক আৰু দাৰ্শনিকে এই সৰল বাখ্যাত সন্তোষ্ট নহৈ প্ৰকৃত তথ্য আৰু সঠিক কাৰণ উদ্ঘাটন কৰাত উঠিপৰি লাগিল।

গ্ৰীক সাহিত্যত সাগৰৰ ঘূৰ্ণিবতাহৰ প্ৰলয়ঙ্কৰ মূৰ্ত্তি আকি ভয়াবহ



ঘটনাৰে নাটকৰ অভিনয় কৰে। সংস্কৃত সাহিত্যত নাটকৰ সৌন্দৰ্য্য মধুৰ আৰু উপাদেয়।

সংস্কৃত সাহিত্যই আত্মজ্ঞানেৰে সবাতোকৈ উন্নত স্থান অধিকাৰ কৰিছে। জ্ঞানী আৰু মেধাবী ৰূপে ব্ৰাহ্মণ সকলেই সংস্কৃত সাহিত্যত প্ৰথম স্থান অধিকাৰ কৰে।

সংস্কৃত-সাহিত্য নিঃন্দেহে বহু উন্নত সাহিত্য। চিৰ সেউজীয়া— চিৰ যুগমীয়া লহপহীয়া মনোমোহ সৌন্দৰ্য্যেৰে সংস্কৃত সাহিত্যৰ কানন ভৰপূৰ। ২৬০০ বছৰৰো আগেয়ে লিখা পাণিনী ব্যাকৰণত এই সংস্কৃত ভাষা আজ্ঞাপালক। শব্দৰ মনোমোহা গাঁথনিৰে সংস্কৃত সাহিত্যৰ কানন ফলে ফুলে জকমকাই উঠিল। ৰসাল সাহিত্যৰ ৰস পান কৰি কবিকুল ধন্য হল। সংস্কৃত সাহিত্যই নিজৰ অস্তিত কতো বিলুপ কৰা নায়। এই সাহিত্যৰ অবনতিয়ে ৰসাল সৌন্দৰ্য্য আৰু ৰসাল উপমা লুপ্ত কৰিলে। চেক্সপীয়েৰ আদি কবি ইংৰাজ কবি সকল এই সংস্কৃত সাহিত্যত মুগ্ধ। স্যাৰ উলিয়াম জহ্নে মন্তব্য কৰি লিখি থৈ গৈছে সংস্কৃত ভাষা যৰ পৰাই নাহক লাগে ই এটি অতি উৎকৃষ্ট ভাষা। শব্দৰ গঠনমূলক প্ৰণালী অতি মনোৰম। ই-গ্ৰীক ভাষাতকৈ সম্পূৰ্ণ নিখুট ও নিভাজ।

উইলিয়ামৰ দৰে ফ্ৰান্স, জাৰ্ম্মানি আৰু ইংৰাজ পণ্ডিতে সংস্কৃত সাহিত্যৰ প্ৰভাৱত এটা নতুন বিজ্ঞানৰ সূত্ৰপাত কৰে। জাৰ্ম্মান পণ্ডিত সকলৰ অশেষ চেষ্টাৰ ফলত ১৯০০ শতাব্দীত সংস্কৃত ভাষাৰ তত্ত্ব বিচাৰৰ কাৰ্য্য চলিল। প্ৰত্যেক জাৰ্ম্মান বিশ্ববিদ্যালয়তেই ইয়াৰে ফলত একোটা সংস্কৃতৰ বিভাগ তৈয়াৰ হল। এই বিভাগত এজন নতুবা তাতোকৈ অধিক সংস্কৃত অধ্যাপক নিয়োগ হল। ইউৰোপে সংস্কৃত ভাষাৰ তত্ত্ব বিচাৰ কাৰ্য্যৰ কাৰণে বহু ভাৰতীয় ছাত্ৰক বৃত্তি দি জাৰ্ম্মানিলৈ লৈ গৈছে।

ব্যাকৰণ বা দৰ্শনতকৈ এটা ভাষা বহু ওপৰত। কবি সকলৰ মূলভাব বা কল্পনাই জীৱন্ত মূৰ্ত্তিয়েই সাহিত্যৰ বিকাশ সাধন কৰি

ভাষাক টনকীয়াল কৰে। সাহিত্যত শব্দই যুগে যুগে মোট সলন্নি কৰে। পুৰণা ভিত্তিতেই নতুন সাজ-পোচাক পৰিধান কৰি নতুন পোহৰৰ ৰেঙনি পেলাই।

সংস্কৃত ভাষা ভাৰতৰ পিতৃ ভাষা। সকলো ভাৰতীয় ভাষা এই পিতৃ ভাষা সংস্কৃতৰ পৰাই জন্ম। যি বিলাক শব্দৰ অৰ্থ আন ভাষাৰ দ্বাৰা প্ৰকাশ নহয় তেনে শব্দ বিদেশী ভাষাত আজিলৈকে চলি আছে। যদিও সংস্কৃত ভাষা আজি মৃত ভাষা তথাপি ইয়াৰ প্ৰভাৱ সমাজত আজিও আচৰিত ধৰণে বিৰাজ কৰিছে। বিদেশী পণ্ডিত যিমানেই শিক্ষিত নহওক তেওঁলোকৰ কাৰণে সংস্কৃত ভাষা বৰ কঠিন। সংস্কৃতৰ পৰা আন ভাষালৈ অনুবাদ নকৰা কিতাপ খুব কমহে আছে। প্ৰায় সকলো কিতাপ সংস্কৃতৰ মৌলিক অনুবাদ বুলিব পাৰি। বৰ্ত্তমান যুগৰ সাহিত্য জগতে সংস্কৃতৰ নিচিনা ৰসাল সাহিত্য শব্দৰ গাঁথনি চিন্তাৰ তৰঙ্গমালা বহু খিনি হেৰুৱালে। সংস্কৃত সাহিত্য অকল ভাৰতৰেই নহয় তথা পৃথিবীৰ মানবজাতীৰ পৈতৃক সম্পত্তি।

"বাইবেল'ৰ কঠোৰ ব্ৰত আৰু ন্যায় বিচাৰে বাইবেলক এখন খৃষ্টিয়ান ধৰ্ম্মৰ পবিত্ৰ গ্ৰন্থকে কৰি এৰা নাই এই গ্ৰন্থই ইংৰাজী ভাষাকে শক্তি আৰু মৰ্য্যাদাও দান কৰিছে।

জন্ম স্বতাধীকাৰী সূত্ৰে ইংৰাজ পণ্ডিত সকলে পুৰণি গ্ৰীক আৰু লেটীন ভাষা শিকিবলৈ বহু যত্ন কৰি আহিছে। এই যত্নৰ কাৰণেই ইংৰাজী ভাষাই বহু গ্ৰন্থ প্ৰকাশ কৰিছে। সেই কাৰণেই ইউৰোপৰ সাধাৰণ মানুহেও পুৰণি গ্ৰীক আৰু লেটীন ভাষাৰ তথ্য সুকলমে লব পাৰিছে। পৰিতাপৰ বিষয় যে আমাৰ ভাৰতীয় লোকে সংস্কৃত ভাষাৰ উন্নতিৰ কাৰণে একোৱেই যত্ন নললে। সংস্কৃত ভাষাৰ সৰ্ববাঙ্গিন উন্নতি সাধন কৰিবলৈ হলে এই ভাষাৰ চৰ্চ্চাত পুনৰ সৰ্ববান্তঃকৰণে আত্মনিয়োগ কৰিব লাগিব। তেহে আমাৰ শুপ্ত ও লুপ্ত মনোবল, প্ৰেৰণা, হেৰুৱা আত্মশক্তি ঘুৰাই পাম।



ৰসেৰে ভৰপুৰ সংস্কৃত সাহিত্যৰ উদ্যানত ফলে ফুলে জকমকাই থকা সংস্কৃত ভাষা আজি নীৰৱ নিস্তেজ মৃত্যুবৎপ্ৰায়।

শতাব্দী জুৰি এই সংস্কৃত ভাষা ভাৰতত চলিল। আনকি মধ্য এচিয়া, দক্ষিণ পূব এচিয়াতো বিয়পি পৰিল। সংস্কৃত কবিতাৰ আবৃত্তিয়ে সমাজৰ সংগঠন মধুময় কৰি তুলিছিল। ৭০০ শতাব্দীত আনকি এই সংস্কৃত ভাষা কম্বোদ্বীয়া থাইলেণ্ডটো প্ৰচলিত হল। ভাৰতত সংস্কৃত ভাষাই অতি আচৰিত ধৰণে প্ৰভাৱ বিস্তাৰ কৰিলে।

দিল্লী সিংহাসনত আফগান শাসনকৰ্ত্তা সকল বহি সংস্কৃতৰ পৰিবৰ্ত্তে পাৰ্চীভাষা চলালে। পাৰ্চীভাষা আদালতৰ ভাষা হল যদিও বিদেশীৰ আক্ৰমণত ভাৰত জুকুলা জুপুৰা হল, বৃটীশ শাসনৰ তলত শতাব্দী ধৰি ইংৰাজি ভাষা চলিল আৰু নতুন নতুন পৰিবৰ্ত্তনৰ সন্মুখিন হল তথাপি এই নানান ঘাট প্ৰতিঘাটৰ মাজেদিয়েই খুব কম পৰিমাণে হলেও ভাৰতত সংস্কৃত ভাষা আজিলৈকে চলিয়েই আছে। ইউৰোপত লেটীন ভাষা সংস্কৃত দৰে চলা নাই।

ইউৰোপত লেটীন ভাষা কিমান মানুহে কব পাৰে মই নাজানো। ভাৰতত কিন্তু বহুলোকেই সংস্কৃত কব পাৰে আৰু বুজি পায়। দক্ষিণাত্যৰ মানুহ বিশেষকৈ সংস্কৃতত অগাধ পণ্ডিত।

হিন্দী, মাৰাঠী আৰু উৰ্দ্দু যি সকলে জানে সেই সকলে সংস্কৃত ভাষাও জানে। কোনো কোনো শব্দ কৰ পৰানো উদ্ভৱ হৈছে সংস্কৃত নে পাৰ্চী সেই কথা কোৱা টান। দক্ষিণাত্যৰ দ্ৰাভিডিয়ান ভাষা যদিও সংস্কৃত ভাষাৰ পৰা তেনেই পৃথক তথাপি এই ভাষাবো বহু শব্দ সংস্কৃত শব্দৰ লগত মিল আছে।

সংস্কৃতত লিখা বহু বিষয়ৰ কিতাপ মধ্য যুগৰ পৰা বৰ্ত্তমান সময়লৈকে চলিয়েই আছে। থাইলেণ্ডৰ সৰকাৰে আইন কানুন আৰু বিজ্ঞান দৰ্শন আদিৰ কিতাপত সংস্কৃত শব্দ ব্যৱহাৰ কৰে।

অতীত ভাৰতৰ পণ্ডিত সকলে শব্দৰ উচ্চাৰণত বিশেষ মূল্য দিছিল। তেওঁলোকৰ কবিতা ও গদ্যত সুৰৰ সামঞ্জস্য আছিল।

শুদ্ধ শব্দ ব্যৱহাৰ কৰাত বিশেষ যত্ন লৈছিল আৰু তাৰ বাৰে নিয়মো বান্ধি দিছিল।

অতীজতে ভাৰতত ভাষা মুখে মুখে চলিছিল। পাচতহে লিপিবদ্ধ কৰা হয়। বৰ্ত্তমানৰ সকলো ভাৰতীয় ভাষাই সংস্কৃতৰ পৰাই অৱতৰণ কৰিছে। ভাৰতীয় ভাষাক সেই কাৰণে ইন্দু এৰিয়ান্ ভাষাও বোলে। হিন্দী, উৰ্দ্দু, বেঙ্গলী, মাৰাঠী, গুজৰাটী, উৰীয়া, অসমীয়া, হিন্দুস্থানী, ৰাজস্থানী পাঞ্জাবী, সিন্ধী আৰু কাশ্মীৰী আদি যিমান বিলাক ভাৰতীয় ভাষা আছে এই সকলো বিলাক সংস্কৃতৰ পৰাই আহিছে। দ্ৰাভিদিয়ান সকলৰ ভাষা তামিল, তেলেগু, কানাৰী আৰু মালয়ালম।

এই ১৫টা ভাষা গোটেই ভাৰত ব্যাপী আছে। এই বিলাক ভাষাৰ ভিতৰত উৰ্দ্দু মিহলি হিন্দী ভাষাৰ প্ৰচলন প্ৰায় সকলো প্ৰদেশতেই আছে। সাহিত্য আৰু আখৰৰ গঠনত এটা ভাষা দুই ৰকমে ব্যৱহাৰ হৈছে। কথা কওঁতে এই বিভিন্নতা বুজা নাযায়। সাহিত্যৰ গঠনত ও লিখনতহে এই বিভিন্নতা দেখা যায়। এই ব্যৱধান নিৰ্ম্মূল কৰি ভাৰতত এক সহজ সৰল হিন্দুস্থানী ভাষাৰ সৃষ্টি কৰিবলৈ যত্ন কৰা হৈছে।

পাকৃটু বা পাচ্টু এটা ইণ্ডু-এৰিয়ান্ ভাষা। এই ভাষা সংস্কৃতৰ পৰা ওলাইছে। এই ভাষা উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশত জনাজাত। এই ভাষাৰ ওপৰত পাৰ্চী ভাষাই বেচি ৰকমে প্ৰভাৱ পেলাইছে। উত্তৰ পশ্চিম সীমান্ত প্ৰদেশে অতীত কালত সংস্কৃত ভাষাৰ বিদ্বান, ব্যাকৰণবিদ্ ও অগাধ পণ্ডিত উদ্ভাৱন্ কৰিছিল।

সিংহল দ্বীপৰ ভাষা সিংহলীজ। এই ভাষা ইণ্ডু এৰিয়ান্ ভাষাৰ পৰাই উদ্ভৱ হৈছে। সিংহলীজ ভাষা সংস্কৃতৰ পৰাই পোনপতীয়াকৈ ওলাই আহিছে। সিংহলৰ মানুহে ভাৰতৰ পৰাই বৌদ্ধ ধৰ্ম্ম গ্ৰহণ কৰে আৰু জাতিগত আৰু ভাষাগত ভাবেও ভাৰতৰ লগত সম্পূৰ্ণ মিল আছে।

সংস্কৃত ভাষাই ইউৰোপীয় সাহিত্যৰ ওপৰতো প্ৰভাৱ বিস্তাৰ



কৰিছে। "শ্লভনীক" সাহিত্যই সাধাৰণ বহু নিয়ম ও প্ৰণালী সংস্কৃত ভাষাৰ পৰাই গ্ৰহণ কৰিছে। লুথীয়ানীয়ান্ সাহিত্যিই ও সংস্কৃত সাহিত্যৰ ছেনেই ওচৰ চাপিছে।

## বৌদ্ধ দৰ্শন

বুদ্ধদেৱে সংস্কৃতৰ পৰা ওলাই অহা "প্ৰাকৃত" ভাষাকেই তেওঁ বসতি কৰা ঠাইত ব্যৱহাৰ কৰিছিল। বুদ্ধদেৱে সংস্কৃত ভাষা ভালকৈ জানিছিল। কিন্তু সৰ্ব্বসাধাৰণৰ লগত সহজে মনৰ ভাব ব্যক্ত কৰিবৰ সুবিধাৰ কাৰণে প্ৰাকৃত "ভাষা ব্যৱহাৰ কৰিছিল। এই প্ৰাকৃত ভাষাৰ পৰাই "পালী" ভাষাৰ উৎপত্তি। এই "পালীভাষা" বৌদ্ধ ধৰ্ম্মৰো আগৰ ভাষা।

সিংহল, ব্ৰহ্মদেশ আৰু শ্যাম্ দেশে বৌদ্ধধৰ্ম্মৰ "হীনয়ান্" পন্থা মানি চলে। বুদ্ধদেৱৰ মৃত্যুৰ পাচত "বুদ্ধদেৱৰ" কোৱা কথা আৰু "মতামত" সমূহ "পালী" ভাষাত লিখি প্ৰচাৰ কৰে।

বুদ্ধদেৱৰ মৃত্যুৰ ১০০ বছৰৰ পাচত ভাৰতত সংস্কৃত ভাষাৰ পুনৰ প্ৰচলন হয়। "অশ্বঘোচৰ" সংস্কৃত কাব্য চীন, জাপান, তিব্বত আৰু মধ্য এচিয়াত বিয়পি পৰে। ইয়াতেই বৌদ্ধধৰ্ম্মৰ 'মহাজন' পন্থা প্ৰচাৰ হয়।

বুদ্ধদেৱে ভাৰতত জন্মগ্ৰহণ কৰা কালছোৱাত জ্ঞান বিজ্ঞানৰ অন্বেষণ, মনৰ বিকাশ সাধন আদিত ভাৰতীয় সকল গভীৰ ভাবে লিপ্ত আছিল। ভাৰতত অৰ্থনৈতিক আৰু ভাগৱৎ গীতাই বৌদ্ধধৰ্ম্ম আৰু জৈন্য ধৰ্ম্মতকৈ প্ৰাধান্যতা লাভ কৰে।

সামাজিক ও ৰাজনৈতিক বিপ্লৱে ভাৰতত গভীৰ ভাবে ৰেখাপাত কৰাত সমাজৰ বহু বিভেদ প্ৰণালীয়ে মূৰ দাঙ্গি উঠিল আৰু বহু বাক্ বিতণ্ডাৰ সৃষ্টি কৰিলে। বুদ্ধদেৱে এনে বিলাক অৰ্থহীন বাক্ বিতণ্ডাৰ পৰা মানুহক আঁতৰাই ৰাখিবলৈ যত্ন কৰিছিল। তেওঁৰ মতে জীৱন

নদীৰ প্ৰধান সোঁতৰ ধাৰাতেহে আচল সত্য উপলব্ধি কৰিব লাগে তৰ্কৰ যোগেদি নহয়। ধৰ্ম্মৰ সহজ ৰীতি নীতিত তেওঁ বেচি গুৰুত্ব আৰোপ কৰে।

গৌতম বুদ্ধই হিন্দুৰূপে জন্মগ্ৰহণ কৰে। হিন্দুৰূপে শৈশবৰ কাল নদীত লীলা খেলা কৰে আৰু হিন্দুৰূপেই মৃত্যুক আলিঙ্গন কৰে। মহাশূন্যকেই বৌদ্ধদৰ্শনে সকলো সময়েতেই উনুকিয়াই আহিছে আৰু মহাশূন্যৰ পৰাই যে সকলোৰে উৎপত্তি তাকো প্ৰমাণ কৰে।

বৌদ্ধ ধৰ্ম্মৰ চিন্তা ধাৰা (৪) চাৰিটা। ২টা হীনয়ান পন্থাৰ আৰু ২টা মহাজন পন্থাৰ। উপনিষদেই হল বৌদ্ধধৰ্ম্মৰ মূল ভেত্তি। উক্ত চাৰিটা ধাৰাই বেদৰ ক্ষমতাক গ্ৰাহ্য নকৰে।

প্ৰফেচাৰ ডক্তৰ ৰাধাকৃষ্ণণে বৌদ্ধ দৰ্শন দুই ভাগে বিভক্ত কৰিছে। জ্ঞানৰ দ্বাৰাই মনোবিজ্ঞানে পোনপটীয়াকৈ কোনো পদাৰ্থৰ ওপৰত প্ৰথমেই প্ৰভাব পেলায়। দ্বিতীয় স্তৰত ধাৰণাক মধ্যস্থতা কৰি মনে বাস্তৱতাক উপলব্ধি কৰিবলৈ কৰা প্ৰয়াস। গতিকে পদাৰ্থ আৰু মনৰ মধ্যস্থলত এখন পৰ্দ্দা আছে। এই দুয়োটা স্তৰেই হীনয়ান্ পন্থাৰ চিন্তাধাৰা।

মহাজন পন্থাই পদাৰ্থক পিচত ৰাখি কল্পনাৰ মূৰ্ত্তিকহে আগতে দাঙ্গি ধৰি কল্পনাৰে জীৱনৰ অভিজ্ঞতা সমূহক মনৰ পৰা বাদ দিছে।

এনেভাবেই আমি সকলোটি আহি শূন্যময়তেই উপনীত হলো। আমাৰ সীমাবদ্ধ চিন্তাই ইয়াক ধুকি নাপায়।

মহাশূন্য বা অসীম আমি কল্পনাৰেও ধুকি নোপোৱা কৰবাত আছে। আমি ব্যক্ত কৰিব নোৱাঁৰো।

বৌদ্ধধৰ্ম্মই যে ভাৰতৰ জাতিয় জীৱনত বহু প্ৰভাব পেলাইছে তাত কোনো সন্দেহ নায়। বুদ্ধদেৱে ভবা নাছিল যে তেওঁ এজন নতুন ধৰ্ম্ম প্ৰবৰ্ত্তক হব। কি জানিবা তেওঁ ভাবিছিল এজন ধৰ্ম্ম সংস্কাৰক বুলিহে। তেওঁৰ ব্যক্তিত্বৰ স্বাভাবিক শক্তিয়ে আৰু সমাজৰ প্ৰচলিত কু-অভ্যাসে তেওঁক সেই সমাজৰ কু-আচাৰ নীতিৰ গতিৰোধ কৰিবলৈ



তেওঁক সুদৃঢ় কৰি তুলিলে। তেওঁ সমাজত ন্যায় প্ৰতিস্থা কৰিবলৈ জীৱন সংগ্ৰামত নামি পৰিল।

যি কোনো ৰূপতেই নহওক বুদ্ধদেৱে ব্ৰাহ্মণ সকলৰ কাৰ্য্যকলাপ আৰু আচাৰ ব্যৱহাৰত আস্থা হেৰুৱাই আৰু সমাজ সংস্কাৰক ৰূপে কামত আগবাঢ়ি যায়।

বৌদ্ধধৰ্ম্ম প্ৰথমাৱস্থাত মগধত প্ৰচাৰ হয়। এই মগধ ভাৰতবৰ্ষৰ উত্তৰাঞ্চলত। ইয়াত ব্ৰাহ্মণ সকলৰ ক্ষমতা একেবাৰে দুৰ্ব্বল। বৌদ্ধধৰ্ম্মই ক্ৰমান্বয়ে ভাৰতৰ পশ্চিম আৰু উত্তৰাংশলৈ গতি কৰে। বহু ব্ৰাহ্মণেই এই বৌদ্ধধৰ্ম্ম মানি লয়। এইটো এটা ক্ষত্ৰিয়ৰ গতিয়েই বুলিব পাৰি। ব্ৰাহ্মণ সকলে যেতিয়া বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰিলে তেতিয়াই মহাজন পন্থাৰ সৃষ্টি হল।

বৌদ্ধধৰ্ম্মই ভাৰতবৰ্ষৰ মানুহৰ জীৱন পথৰ বহু ভাবে প্ৰভাৱ পেলায়। এই বৌদ্ধধৰ্ম্ম ভাৰতবৰ্ষত এহেজাৰৰো অধিক কাল চলি আহিছে। যদিও ভাৰতবৰ্ষত বৌদ্ধধৰ্ম্মই গা কৰিব নোৱাৰিলে তথাপি এই ধৰ্ম্মৰ বহু মৰ্ম্ম ও হেতুপোদেশ হিন্দুধৰ্ম্মই আকোঁৱালি ললে। এই মৰ্ম্ম আৰু হেতুপোদেশ বিলাক এতিয়া জাতীয় জীৱনৰ অঙ্গ স্বৰূপ। খৃষ্ট ধৰ্ম্মই যেনেকৈ ইউৰোপত মানুহৰ মনত চিৰ যুগমীয়া চিন থলে তেনেকৈয়েই বৌদ্ধধৰ্ম্মইয়ো ভাৰতীয় মানুহৰ মনত চিৰ যুগমীয়া স্মৃতি ৰাখি থৈ গল।

ভাৰতত আৰ্য্য সকলৰ বিশ্বাস জাতীয় ধৰ্ম্মতেই। এই ধৰ্ম্ম একে ঠাইতেই আৰব্ধ। সমাজৰ জাতি বিভাজনেও সেই একে কথাকেই উনুকিয়াই।

ধৰ্ম্ম প্ৰচাৰৰ কাৰণে আৰ্য্য সকলে কোনো মিশনৰ ব্যৱস্থা কৰা নাছিল। গতিকে ভাৰতৰ হিন্দু ধৰ্ম্ম সীমান্তৰ বাজ নহল। এই হিন্দু ধৰ্ম্ম ভাৰতৰ ভিতৰতে জন্ম। নজনাৰ মাজেদিয়েই নতুন আৰু পুৰণি ভাবৰ বিনিনিয়ত কোনো বাধা বিঘিনিৰ সম্মুখিন নোহোৱাকৈ নতুন নতুন একো একোটা জাতিৰ সৃষ্টি কৰি চলি থাকিল। ভাৰতীয়

জনগণৰ জীৱন সমূদ্ৰ নিজৰেই সৃজন। এই জীৱন সমুদ্ৰত কেতিয়াবা কেতিয়াবা একো একোটা ঢৌ আহি বাগৰি যায়। এনে জীৱন সমুদ্ৰতেই গৌতম বুদ্ধই বৌদ্ধধৰ্ম্মৰ সোঁত বোৱাই জনসমুদ্ৰত নতুন জাগৰণ আনিলে। এই ধৰ্ম্ম বিশ্বমানবৰ শান্তি আৰু কল্যানৰ কাৰণে আৰু জনসমাজত চলি থকা অন্যায়ৰ বিৰুদ্ধে।

বুদ্ধদেৱৰ দিনত এই ধৰ্ম্মই ভাৰতৰ অতি উৎকৃষ্ট ধৰ্ম্ম। মহাৰাজ অশোকে বৌদ্ধধৰ্ম্ম প্ৰচাৰৰ কাৰণে বৌদ্ধ মিশন গঠন কৰি বিদেশলৈ পঠায়। এই ধৰ্ম্মৰ প্ৰভাব পৰাত খ্ৰীষ্টীয় শকে দূৰ সুদূৰত ঔপনিবেশ স্থাপন কৰিবলৈ সক্ষম হয়।

সাগৰৰ অভিযান সমূহত ভাৰতৰ শাসনকৰ্ত্তা সকলে আৰ্য্য সকলৰ সভ্যতা আৰু ব্ৰাহ্মণ সকলৰ ধৰ্ম্মৰ নিয়ম প্ৰণালী লগত নি সাগৰৰ সিপাৰে প্ৰচাৰ কৰিছিল। ধৰ্ম্মত ওপজা গাঢ় বিশ্বাসেই আত্ম বিশ্বাস আৰু আত্ম জ্ঞানৰ বিকাশ সাধন কৰে। হিন্দুধৰ্ম্ম চলন্ত শক্তিৰূপে ভাৰতৰ হিন্দু সমাজতে ৰল।

বৈদিকযুগৰ যাগযজ্ঞদিৰ বহু নিয়ম প্ৰণালী লাহে লাহে লোপ পাই আহিল। বিশেষকৈ লোপ পালে জন্তু হত্যা। বৌদ্ধধৰ্ম্ম আৰু জৈন্য ধৰ্ম্মই বেদ আৰু উপনিষদৰ অহিংসাৰ বীজাণু মানব সমাজত সিচি দিয়ে।

বুদ্ধদেৱে বিষয় সুখ ত্যাগ আৰু সন্যাস ধৰ্ম্মত কোনো গুৰুত্ব আৰোপ কৰা নায়। জীৱনৰ প্ৰতি জন্মা দুখবাদকে লৈ তেওঁৰ প্ৰচলন কৰা ধৰ্ম্মৰ মূল ভেটি। হীনয়ান্ পন্থা এই নিয়মৰ পৰিপুৰক। ইয়াৰ উপৰিও দুখ দুৰ্গতিৰে ভৰা সংসাৰৰ অন্যান্য ক্লেশৰ পৰা মুক্তি পাবলৈয়ো যত্ন কৰে। ইন্দ্ৰিয় সংযম কৰাতো তেওঁ বিশেষ গুৰুত্ব দিছিল। ফল মূল ভক্ষণত বিশেষ ভাবে উৎসাহ দিয়ে। এই নিয়ম বুদ্ধদেৱৰ আগেয়েও ভাৰতত আছিল।

ব্যক্তিক সকলোফালৰ পৰা পাৰ্গত কৰি তোলায়েই আছিল আৰ্য্য সকলৰ বিশেষত্ব! ছাত্ৰ জীৱনৰ পথ সংযমী ও শিষ্টাচাৰ আৰু



গৃহস্থ জীৱনৰ পথ সম্পূৰ্ণ আত্মনিৰ্ভৰশীল। মাইকী মানুহক জীৱনৰ অংশ স্বৰূপে গন্য কৰিছিল। এনে ভাবেই আৰ্য্যসকলৰ দিনত হিন্দু-ধৰ্ম্ম পাৰিপাৰ্শ্বিকতাৰ বিনিময়ও সমাজত চলি ৰ'ল। বনত সৰু সৰু সন্যাসীৰ দলে দেহ ৰক্ষাৰ নিয়ম সংযমেৰে ছাত্ৰ সকলৰ মন আকৰ্ষন কৰে!

বৌদ্ধধৰ্ম্ম প্ৰচাৰৰ লগে লগে য'তে ত'তে বৌদ্ধমন্দিৰ গঢ়ি উঠিল। মন্দিৰত বৌদ্ধ সন্যাসীৰ সংখ্যাও বাঢ়িল। বৌদ্ধ বিহাৰৰ পৰাই বৰ্ত্তমান বিহাৰ প্ৰদেশৰ নামাকৰণ। এই বৌদ্ধ বিহাৰ বা মন্দিৰ গোটেই মধ্য এচিয়াতেই গঢ়ি উঠিল! ভাৰততেই কেৱল সজা হৈ নৰ'ল। বালুখাট সজা বৌদ্ধ মন্দিৰ সকলোতকৈ বিখ্যাত আছিল। এই বৌদ্ধ মন্দিৰত ১০০০ জন বৌদ্ধ সন্যাসীয়ে আশ্ৰয় লয়। ইয়াক "নব বিহাৰো" বোলে। পাৰ্চীত "নৌ বিহাৰ"।

বৌদ্ধধৰ্ম্ম ভাৰতৰ বাহিৰ হৈ চীন জাপান, আৰু ব্ৰহ্মদেশত বিস্তাৰিত হয়। চীন আৰু জাপানে "মহাজন" পন্থা পালন কৰে। এই পন্থাই "দুখবাদক" অবজ্ঞা কৰে। বৌদ্ধ ধৰ্ম্মই ভাৰতত বিশেষ এটা কথাৰ কাৰণে স্থান নাপালে। জাতি বিভাজন নীতি ভাৰতত প্ৰবল হৈ উঠিল। বৌদ্ধ ধৰ্ম্মই জাতি বিভাজন নীতিক অতি তুচ্ছ নীতি আৰু সমাজৰ নিম্ন খাপৰ বুলি গন্য কৰে! জন্মস্বত্বতকৈ বুদ্ধদেৱে চৰিত্ৰ, কাৰ্য্যদক্ষতা বানিজ্য আৰু ব্যৱসায়ত বেচি গুৰুত্ব দিছিল। বুদ্ধদেৱে "ব্ৰাহ্মণ" শব্দ ব্যৱহাৰ কৰিছিল তেওঁৰ অনুগামী আগ্ৰহশীল আৰু চৰিত্ৰবান শিষ্যৰ ওপৰতহে। এই বিষয়ে এটা গল্প আছে। "সত্যকমাৰ মাক জবলা। সত্যকমাই গৌতমৰ ছাত্ৰ হবৰ মন কৰিছিল। এই গৌতম "গৌতম বুদ্ধ" নহয়। যাবৰ সময়ত সত্যকমাই মাকক সুধিলে "মা মই কোন গোত্ৰৰ অৰ্থাৎ পৰিয়াল বা শ্ৰেণীৰ। মাকে কলে" মই নাজানো সোন তুমি কোন বংশধৰ। যেতিয়া মই মোৰ দেউতাৰ ঘৰত আছিলো আলহীক শুশ্ৰূষা কৰাই আছিল মোৰ কাম। তেতিয়াই তোমাক মই গৰ্ভত ধাৰন কৰিছো। মই

নাজানো তুমি কোন বংশধৰ। অবলা নামেই মই জনাজাত। তুমি সত্যকমা—মাকৰ মুখত এনে কথা শুনি সত্যকমা গৌতম ঋষিৰ ওচৰলৈ গল আৰু তেও কোন গোত্ৰ বা বংশধৰ তাৰে কথা জানিবৰ কাৰণে। ঋষি গৌতমেও মাকে কোৱা কথাকেই দোহাৰিলে। শিক্ষক গৌতমে কলে "সাত্বিক ব্ৰাহ্মণৰ বাহিৰে এই কথা কোনেও কব নোৱাৰে। যোৱা, হাবিৰ পৰা অলপ খৰি আনা। বন্ধু! মই তোমাক শৰণ ভজন শিকাম। তুমি সত্যৰ পৰা বঞ্চিত নোহোৱা।"

সেই সময়ত বোধহয় ব্ৰাহ্মণ সকলেই সমাজত কঠোৰ নিয়ম পালন কৰিছিল। শাসকদল ক্ষত্ৰিয় আছিল আৰু গৌৰৱত ওফন্দি ফুৰিছিল। ব্যৱসায়ত আছিল বৈশ্য সকল। কৃষি, বনুৱা আৰু সমাজৰ যাবতীয় কাম কাজ আৰু হুকুম আদি পালন কৰিছিল শূদ্ৰ সকলে। মৰাশ আদি দাহন কৰা সকলৰ অস্পৃশ্য বুলিছিল আৰু এওঁলোক সমাজৰ পৰা আতৰি বনত বাস কৰিছিল।

বৌদ্ধধৰ্ম্ম এই সমাজৰ অন্যায় অবিচাৰ কলুষিত প্ৰথাৰ বিপক্ষে থিয় দিয়ে। এনে কৰাত বহু লোক সা সুবিধাৰ পৰা বঞ্চিত হয় আৰু বহুলোক নিম্ন শ্ৰেণীলৈ নামি যায়।

মই (৺জৱহৰলাল নেহৰু) পেৰিচত থাকোঁতে পেৰিচৰ বিখ্যাত লিখক ও দাৰ্শনিক এণ্ড্ৰ মালৰ্কচে এটা আচৰিত প্ৰশ্ন কৰে। হিন্দু-ধৰ্ম্মই ভাৰতত কেনেকৈ বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰিলে? কি কাৰনে হিন্দুধৰ্ম্মই গঠনমূলক বৌদ্ধধৰ্ম্মক ভাৰতৰ পৰা বহিস্কাৰ কৰিলে? বৌদ্ধধৰ্ম্ম আৰু হিন্দুধৰ্ম্মৰ মাজতো কোনো যুদ্ধ বিগ্ৰহ হোৱা নায়? হিন্দুধৰ্ম্মই কোনো বাহিক দিশ পৰিবৰ্ত্তন নকৰাকৈ কেনেকৈনো বাৰু বৌদ্ধধৰ্ম্ম সামৰি ললে। হিন্দু ধৰ্ম্মৰনো কি বিশেষত্ব আছে? আজিৰ ভাৰতে হিন্দুধৰ্ম্মৰ আগৰ শক্তি ধাৰণ কৰিছেনে? যদি ধাৰণ কৰিছে তেন্তে ভাৰতে লভা স্বাধীনতা উচ্চ আৰু দৃঢ়।" এই প্ৰশ্ন বিলাক নিশ্চয় এজন সাধকৰ প্ৰশ্ন। খুব কম সংখ্যক ইউৰোপ বাসীয়েহে এনে ধৰণৰ প্ৰশ্ন কৰে। মালৰকচে কৰা প্ৰশ্ন হিয়াৰ প্ৰশ্ন। মানবতাৰ প্ৰশ্ন।



বৌদ্ধধৰ্ম্ম ভাৰতৰ পৰা বহিস্কাৰ কৰিবলৈ বা লোপ কৰিবলৈ ভাৰতত তেনে কোনো সংঘাটৰ সৃষ্টি হোৱা নায়। মাজে মাজে সৰু সৰু বাক্‌বিতণ্ডা হিন্দুশাসক আৰু বৌদ্ধ সংঙ্ঘৰ মাজত চলিছিল। এই বাক্‌বিতণ্ডাৰ গুৰিতে আছিল ৰাজনীতি। বৌদ্ধ ধৰ্ম্মই হিন্দু ধৰ্ম্ম লুপ্ত কৰিবলৈ কোনো কালেই যত্ন কৰা নায়। ভাৰতত বৌদ্ধ-ধৰ্ম্ম বহু ঠাই বিয়পি পৰিছিল। হিন্দুধৰ্ম্ম ভাৰতত আগৰ দৰেই চলি থাকিল। বৌদ্ধধৰ্ম্মই ইয়াৰ কোনো গতিৰোধ কৰা নায়। স্বাভাবিক মৃত্যুৰ দৰে বৌদ্ধধৰ্ম্মও ভাৰতত মৃত্যুৰ মুখত পতিত হ'ল।

কেইথে কৈছিল;—"যি কোনো মূল বস্তু ভাৰতে নিজস্ব কৰি লব পৰা ভাৰতবৰ্ষৰ কিবা এটা আচৰিত বিশেষত্ব নিহিত আছে। বৌদ্ধধৰ্ম্ম আন ঠাইৰ পৰা আহি ভাৰতত প্ৰকাশ হোৱা নায়! এই বৌদ্ধধৰ্ম্ম অতীত ভাৰতৰ বেদান্ত বা উপনিষদৰ চিন্তাৰ তৰঙ্গমালাহে।

বৌদ্ধধৰ্ম্ম আৰু ব্ৰাহ্মণ ধৰ্ম্মই ইটো সিটোৰ ওপৰত প্ৰভাব বিস্তাৰ কৰিছে। বৌদ্ধধৰ্ম্মৰ মহাজন পন্থা ব্ৰাহ্মণ সকলৰ প্ৰচালিত ধৰ্ম্মৰহে প্ৰভাব মাথোন।

সামাজিক সংগঠন আৰু মানসিক উৎকৰ্ষ সাধনৰ কাৰণেই ভাৰতত বৌদ্ধধৰ্ম্মৰ উদ্ভৱ হয়। বৌদ্ধ ধৰ্ম্মই ব্যক্তিক শক্তি যোগালে আৰু সমাজত নেতৃত্ব লবলৈ উদগালে। ৰাজ্যৰ শাসনকৰ্ত্তাকো এই মৰ্ম্মে উদগনি দিলে। অশোক ৰজাৰ দিনত বৌদ্ধধৰ্ম্ম গোটেই ভাৰতবৰ্ষতে প্ৰচাৰ হল। দূৰ সুদুৰতো এই ধৰ্ম্মৰ সোত নদীৰ দৰে বিয়পি পাৰিল। সেই কাৰনেই ৫০০ শতাব্দীত চীনৰ পাৰিব্ৰাজক ফাহীয়ান আৰু হীওয়েনচাঙে ভাৰত ভ্ৰমন কৰেহি। ভাৰতৰ পৰাও বহু বিদ্বান বৌদ্ধ সন্ন্যাসী চীন দেশলৈ যায়। ইতিমধ্যে ভাৰতত গুপ্ত বংশৰ প্ৰশাসনত ৪০০।৫০০ শতাব্দীত ব্ৰাহ্মণ ধৰ্ম্মৰ বিৰাট জাগৰণ হয়। ইয়াৰ পাচত ক্ৰমান্নয়ে ব্ৰাহ্মণ ধৰ্ম্ম আৰু বৌদ্ধধৰ্ম্মৰ ভাৰতত পতন

হয় আৰু চলিত ধৰ্ম্মৰো ৰূপ সলনি হয়। ৮০০ শতিকাত ভাৰতৰ বিখ্যাত পণ্ডিত শঙ্কৰাচাৰ্য্যই হিন্দু সন্যাসী আৰু বৌদ্ধ সন্যাসীৰ কাৰণে মঠ মন্দিৰ সজাই দিয়ে।

## ভাৰতীয় দৰ্শন

অতীজৰ ভাৰতীয় দৰ্শনে আমাক বৌদ্ধধৰ্ম্মৰ আগৰ অৱস্থালৈ লৈ যায়। এই দৰ্শন ব্ৰাহ্মণ সকলে অতীজতে অৱলম্বন কৰা নিয়ম। এই নিয়ম প্ৰায় বৌদ্ধধৰ্ম্মৰ ওচৰাওচৰি। খ্ৰীষ্টীয় শকাব্দ আৰম্ভ হোৱাৰ আগে আগে ভাৰতীয় ৬ষ্ঠ দৰ্শনে সমাজত পৰিষ্কাৰ ভাবে ঠাই পায়। এই ৬ষ্ঠ দৰ্শন হল (১) ন্যায় (২) বৈশেষিকা (৩) সামক্ষ্য (৪) যুগ (৫) মীমাংসা (৬) বেদান্ত।

(১) ন্যায় মানে শুদ্ধ। ই মানসিক শিষ্টাচাৰ। অতীত আৰু মধ্যযুগত ভাৰতৰ বিশ্ববিদ্যালয়ত ন্যায় শাস্ত্ৰ শিকোৱা হৈছিল। বৰ্ত্তমান শিক্ষাই ইয়াক বাদ দিছে। সংস্কৃত টোল বা বিদ্যালয়ত ন্যায় শাস্ত্ৰই প্ৰধান অংশ অধীকাৰ কৰিছে।

(২) বৈশেষিকা নিয়মে ন্যায়কেই বহু অনুকৰণ কৰে। ই ব্যক্তিত্বৰ আত্ম বিশ্লেষণৰ ওপৰত বিশেষ জোৰ দিছে আৰু এই বিশ্ব ব্ৰহ্মাণ্ডৰ পৰমানুৰ তথ্য প্ৰকাশ কৰিছে। ধৰ্ম্মই মানাসিক উৎকৰ্ষ সাধন কৰি বিশ্বব্ৰহ্মাণ্ডত ওপঙি ফুৰা তথ্যক উদ্ঘাটন কৰাত সহায় কৰে। ভগবানৰ অস্তিতক মানুহে সম্পূৰ্ণৰূপে মানি লব পৰা নাই। ন্যায় আৰু বৈশেষিকাৰ মাজতেই বৌদ্ধধৰ্ম্মৰ গজালি ফুটি ওলাইছে।

(৩) সামক্ষ্য প্ৰনালীত অতীতৰ বৌদ্ধধৰ্ম্মৰ চিন্তাৰ প্ৰবাহে ঠাই পাইছে। ব্যক্তিত্বৰ সম্পূৰ্ণতাতেই মানৱ মনৰ স্বাধীনতা। বৌদ্ধধৰ্ম্মৰ প্ৰচলনৰ লগে লগে সামক্ষ্য প্ৰনালী উচ্চ প্ৰনালীত পৰিগণিত হয়। সামক্ষ্য প্ৰনালীত ঈশ্বৰ মানি লোৱা হোৱা নায়। অনীশ্বৰ বাদো নহয়। সামক্ষ্য প্ৰনালী মতে কোনো ঈশ্বৰৰ দ্বাৰা এই বিশ্বব্ৰহ্মাণ্ড



গঢ়া নায়। শক্তিৰ সংমিশ্ৰনত আৰু ক্ৰমবিকাশতহে সৃষ্টিৰ উদ্ভৱ হৈছে। এই ক্ৰমবিকাশ ধাৰাবাহিক। সামক্ষ্য দৰ্শনক দ্বৈত্য বা দ্বিখণ্ডিত কৰা হৈছে। যেনে ঃ—ক। প্ৰকৃতি আৰু খ। পুৰুষ।

প্ৰকৃতি মানে চিৰ কৰ্ম্মশীল আৰু চিৰ পৰিবৰ্ত্তনশীল। এই শক্তি পুৰুষৰ প্ৰভাবেদি প্ৰকাশ হয়। বিশ্ব ব্ৰহ্মাণ্ডৰ সৰু বৰ সকলোটি প্ৰাণী পুৰুষৰ শক্তিৰ মাজেদিহে বিকাশ হৈছে।

(৪) "যোগ" পাতঞ্জলীৰ মতে মন আৰু দেহৰ শিষ্টাচাৰ প্ৰনালী। যোগৰ বিষয়ে পাতঞ্জলীয়ে পানিনীৰ ব্যাকৰণত লিখি গৈছে। ইয়াকেই মহাভাষ্য বোলে। সুস্থিৰ আৰু প্ৰশান্তৰূপ ধাৰন কৰি নাকৰ আগত দৃষ্টি ৰাখি বুদ্ধদেৱ বহাৰ দৰে পদ্মাসনত বহি মন আৰু দেহক ধ্যানত মগ্ন ৰখা নিয়মেই হল "যোগ"। যোগাসনত বহি মন স্থিৰ কৰি মনৰ বিকাশ সাধন কৰি উত্তম জ্ঞান লাভ কৰে। এই উত্তম জ্ঞানেই হল দিব্য শক্তি। বৌদ্ধ ধৰ্ম্ম এই নিয়মতেই আগুৱাই গল। এই নিয়ম পালন কৰিলে দেহ স্বাস্থ্যবান, উপযুক্ত, লেউসেউ, দেখাত শুৱনী, সবল আৰু সুস্বাস্থ্যবান হয়।

উসাহ লোৱাৰো কিছুমান নিয়ম বান্ধি দিছে। উসাহ লোৱা আৰু দমনকৰা শক্তিও নিজৰ ওপৰতে নিৰ্ভৰ কৰে। মুখেৰে গহীন ভাবে উসাহ ভিতৰলৈ নি লাহে লাহে নকেদি নিঃশাস এৰিব। এই নিয়ম পালন কৰিবলৈ "আসনৰ" দৰকাৰ। এনে আসন কেইবা বিধৰ। যেনে ঃ—পদ্মাসন (২) যোগাসন আদি। মই সচৰাচৰ কিছুমান আসন পালন কৰিছো আৰু ইয়াৰ পৰা যথেষ্ট উপকাৰো পাইছো।

যোগ প্ৰনালীয়ে খোৱাৰ ওপৰতো বিশেষ গুৰুত্ব আৰোপ কৰিছে। যোগে অহিংসা, সত্যবাদিত্বা, আত্মত্যাগ ধৈৰ্য্য আৰু সহনশীলতাক আৱৰি আছে। ঘৃণা কৰা নতুবা বেয়া কামত আসক্ত হোৱাতোক সততে বৰ্জ্জন কৰে। এই সকলো বিলাকে ইন্দ্ৰিয় দমন কৰাটোকেই লক্ষ্য কৰে! ধ্যানমগ্ন বা মন স্থিৰ কৰাটোৱেই যোগৰ বিশেষত্ব। ইউৰোপ আৰু আমেৰিকাতো এই যোগৰ বিষয়ে উল্লেখ আছে।

যোগ আৰু বেদান্তৰ পথ প্ৰদৰ্শক স্বামী বিবেকানন্দই যোগক প্ৰমানৰ ভিত্তিত চৰিতাৰ্থ কৰিছে। যদিও যোগ আৰু বেদান্তৰ তেজ একেই তথাপিও মূল বিষয়ত বহু বিভিন্নতাই ৰগুৰা বাই গৈ আছে। যোগত কৰ্ম্মইহে চিন্তাক মূল্যাঙ্কন কৰিছে আৰু অভিজ্ঞতাই জ্ঞানৰ সফুঁৰা খুলিছে। আশাসুধীয়া যুক্তি আৰু যুক্তিৰ সত্যতাৰ বাহিৰে কোনো তথ্যৰ সত্যতাক বিশ্বাস নকৰে। মনৰ স্বাধীনতাত তেওঁ বেচি গুৰুত্ব আৰোপ কৰিছে। কাৰণ তেওঁ নিজ দেশৰ শক্তি ও ক্ষমতাৰ অপব্যৱহাৰ নিজে দেখিছে। পুৰণি যুগৰ পন্থা আৰু বেদান্তৰ নিয়ম নিজে তেওঁ বিচাৰ কৰিছে। তেওঁ যি বুজিছে সেই তথ্য বা যুক্তি সাধাৰণ মানুহৰ মনে ঢুকি নাপায়।

আত্মা ৰাজ্য আৰু মনোবিজ্ঞান ৰাজ্যৰ যুক্তি আমি জনা বা অনুভব কৰা পৃথিবীতকৈ একেবাৰেই পৃথক। এই বিলাক যুক্তি আৰু অভিজ্ঞতা আমাৰ ভাৰততে আৰব্ধ হৈ থকা নায়। খৃষ্টীয়ান ধৰ্ম্মৰ অতি গোপনীয়, পাৰ্শীয়ান চুফী আন আন ধৰ্ম্মৰ সকলো গ্ৰন্থতে এই যুক্তি লিখি থৈ গৈছে।

এইটো এটা বৰ আচৰিত কথা যে যুক্তি, তথ্য, অভিজ্ঞতাই যদিও বেলেগ বেলেগ ঠাইত বিভিন্ন ভাষাত ৰূপায়িত হৈছে তথাপি ধৰ্ম্মৰ বিশ্বজনীন মূল ভাবে প্ৰত্যেককে সংলগ্ন কৰিছে। ব্যক্তিৰ আত্মাৰ উন্নতি সাধন প্ৰনালীয়েই হৈছে যোগ। ই মনক সংযত কৰি মনৰ বিকাশ সাধন কৰে।

(৫) মীমাংসা দৰ্শনৰ নিয়ম। এই পন্থাই বহু দেব দেবী উপাসনাৰ নিয়ম অনুবৰ্ত্তন কৰিছে। মীমাংসাই ন্যায় পথ বা ধৰ্ম্মক অনুভব কৰায়।

বহু দেবদেবী উপাসনা প্ৰথা হিন্দুসকলৰ এটা অতি কৌশলপূৰ্ণ বিষয়। মানুহৰ জন্মক হিন্দু আৰু বৌদ্ধ ধৰ্ম্মই আতমাৰ বিকাশৰ অতি উচ্চস্তৰ বুলি গন্য কৰে। এই অনুভূতি দেবদেবী উপাসনাৰ পৰা বহু দূৰত। বৌদ্ধ সকলৰ মতে মানবেইহে বুদ্ধত্বত বিলীন হব পৰা আদত্ শক্তি।



(৬) অৱশেষত আহিল বেদান্ত প্ৰনালী। এই প্ৰনালী উপনিষদৰ পৰা উদ্ভৱ হৈছে। সাংখ্য দৰ্শনৰ পুৰুষ আৰু প্ৰকৃতিক স্বাধীন শক্তি বুলি গন্য কৰা নায়। পুৰুষ আৰু প্ৰকৃতি এক পৰম শক্তিৰেই বিকাশ।

শঙ্কৰাচাৰ্য্যই প্ৰথম বেদান্তৰ উদ্বোধন কৰি বেদান্তক "অদ্বৈত্য বেদান্ত" বুলি ৰাখ্যা কৰিছে। বৰ্ত্তমানৰ হিন্দুধৰ্ম্মৰ দৰ্শনে এই "অদ্বৈত্য বেদান্তৰ" ভিত্তিকেই লক্ষ্য কৰিছে।

মনোবিজ্ঞানে আত্মাক পৰমাত্মাৰ লগত ব্যক্ত কৰিছে। এই পৰমাত্মাই হৈছে "কৰ্ত্তা" আৰু আন সকলো "কৰ্ম্ম"।

পৰমাত্মা সকলোতে ব্যাপি আছে। পৰমাত্মাই বহুৰূপে এক আদত্ শক্তিকহে প্ৰকাশ কৰিছে। পৰমাত্মা অব্যক্ত, বিভক্ত নহয়।

আমাৰ মন সূক্ষ্ম আৰু সীমাবদ্ধ। আমাৰ সূক্ষ্ম অনুভূতিয়ে পৰমাত্মাক ঢুকি নাপায়।

শঙ্কৰাচাৰ্য্যই সূক্ষ্ম অনুভূতিৰে ফঁহিয়াই বিশ্বব্ৰহ্মাণ্ডত পৰমাত্মা বিয়পি আছে বুলি কয়। ব্যক্তিৰ আত্মাক পৰমাত্মাৰহে বিকাশ বুলিছে। আমি চকুৰে দেখা পোৱা বিশ্বব্ৰহ্মাণ্ডৰ দৃশ্যপট পৰমাত্মাৰেই হে প্ৰতিচ্ছবি। অৰ্থাৎ পৰমাত্মাই আমি দেখা পোৱা সমান ঠাইত পেলোৱা ছাঁ হে মাথো। ইয়াকেই "মায়া" বা "ভ্ৰান্তি" বুলি কয়। হোৱা আৰু নোহোৱাৰ মাজতেই ইয়াৰ স্থিতি। শঙ্কৰাচাৰ্য্যই ব্ৰাহ্মণ সকলৰ জাতি বিভাজনৰ নীতিক মন্তব্য কৰি কৈছে যে যি কোনো জাতিৰ ব্যক্তিয়েই ঈশ্বৰত্ব লাভ কৰিব পাৰে।

শঙ্কৰাচাৰ্য্য দক্ষিণ ভাৰতৰ মালবাৰত জন্মগ্ৰহণ কৰে। তেওঁ অবিশ্ৰান্তভাবে গোটেই ভাৰতবৰ্ষ ভ্ৰমন কৰে। ভ্ৰমনৰত কালত তেওঁ বহু পণ্ডিতৰ প্ৰতিদণ্ডিতাৰ সম্মুখিন হয়। যুক্তি তৰ্ক আৰু অভিজ্ঞতাৰে সকলোৰে সমাদৰ লাভ কৰি বিশ্বাসভাজন হৈ পৰে আৰু সমাজৰ মহৎ মহৎ কাম সাধন কৰে। "কেইপ কমৰিনৰ" পৰা হিমালয়লৈকে তেওঁ ভ্ৰমন কৰি সকলো ঠাইতেই তেওঁৰ যুক্তি আৰু মতবাদ প্ৰচাৰ

কৰে। সেই সময়ত ভাৰতত বিভিন্ন মতবাদে সমাজত ঠাই পাইছিল। এই বিভিন্ন মতবাদ এক কৰিবৰ কাৰনে শঙ্কৰাচাৰ্য্যই অহোপুৰুষাৰ্থ কৰিছিল। তেওঁ ৩২ বছৰ সময় চোৱাতেই বহু বছৰৰ কাম সম্পাদন কৰি গল। আজিলৈকে তেওঁ ভাৰত আকাশত ধ্ৰুব তাৰৰ দৰে জিলিকি আছে। তেওঁ কবি দাৰ্শনিক আদি গুনেৰে বিভুষিত আছিল। তেওঁ প্ৰকৃত আদৰ্শবাদী আৰু সমাজ সংগঠক। ভাৰতৰ চাৰি কোনে তেওঁ চাৰিটা মঠ বা মন্দিৰ স্থাপন কৰে। পূবে সাগৰৰ দাঁতিত পুৰীত। পশ্চিমে পশ্চিম সাগৰৰ দাঁতি দ্বাৰকাত। উত্তৰে হিমালয়ৰ মধ্যভাগত বদ্ৰীনাথত। দক্ষিণে মহীশুৰৰ শিঙ্গৰীত। ৩২ বছৰ বয়সত হিমালয়ৰ হিমে ঢকা কেদাৰ নাথত দক্ষিণাত্যৰ গ্ৰীষ্মপ্ৰধান ঠাইৰ ব্ৰাহ্মণ শঙ্কৰাচাৰ্য্যই ইহলীলা সম্বৰণ কৰে। সেই দুৰূহ ভ্ৰমণ কালতো যে শঙ্কৰাচাৰ্য্যই বিশাল ভাৰতবৰ্ষ ভ্ৰমন কৰিছিল তাৰো নিশ্চয় তাৎপৰ্য্য আছে।

শঙ্কৰাচাৰ্য্যই ভাৰত ভ্ৰমণ কৰোঁতে সকলোৰে জনা ভাষা সংস্কৃততেই সকলো ঠাইতে বক্তৃতা দিছিল। সকলোতে তেওঁ সমাদৰ লভে। তেনে ভ্ৰমন সেই সময়ত ভাৰতত অসাধাৰণ নাছিল। ৰাজনৈতিক ক্ষেত্ৰত মানুহৰ মাজত বিভিন্নতা থকাৰ স্বত্বেও ইফালে সিফালে মানুহ হেলাৰঙ্গে অহা যোৱা কৰিছিল। সেই কাৰণেই ভাৰতত নতুন ভাব ও নতুন ভাষাৰে ভৰি পৰিল। আলোচনাৰ নতুন তথ্যপাতি লৈ আকৰ্ষনীয় তৰ্ক সভাৰো সৃষ্টি হল। নতুন নতুন কিতাপ আদিৰো প্ৰকাশ হল। শিক্ষিত লোকৰ বাদেও নিৰক্ষৰ অশিক্ষিত সকলেও ভাৰতৰ অসংখ্য ঠাই ভ্ৰমণ কৰি মঠ-মন্দিৰ দৰ্শন কৰে। ৰামায়ণ আৰু মহাভাৰতৰ বিখ্যাত ঠাই ও পৰিদৰ্শন কৰে। এক শ্ৰেণী বা জাতিৰ মাজত এনে ভ্ৰমণ সীমাবদ্ধ নাছিল। সকলো জাতিৰ মানুহেই তীৰ্থ পৰিদৰ্শন কৰি আমোদ লভিছিল। বিভিন্ন পোচাক পৰিধানকাৰী বিভিন্ন ভাষাৱলম্বীৰ এই তীৰ্থ সমূহত মিলন ঘটিছিল। এই সংমিশ্ৰনে উত্তৰ আৰু দক্ষিণ ভাৰতৰ মাজত বহু



বিভিন্নতাৰ মাজতো একতাৰ সৃষ্টি কৰিছিল। শঙ্কৰাচাৰ্য্যৰ দৃষ্টিগোচৰত সকলো বিভিন্নতাই ধৰা পৰিছিল। তথাপিও তেওঁ এক জাতীয়তাবাদীৰে অনুপ্ৰানিত হৈ বিভিন্নতাৰ মাজেদিয়েই একতা আনিবলৈ অশেষ যত্ন কৰে। বুদ্ধিৰে, দৰ্শনেৰে ; সমান্তৰাল ধৰ্ম্মেৰে, আৰু ভাব ও দৃষ্টি ভঙ্গীৰে গোটেই ভাৰততে এক শক্তি গঠন কৰিবলৈ তেওঁ বৰ যত্ন কৰিছিল। ভাৰতবৰ্ষৰ চাৰি কোনে চাৰিটা মঠ বা মন্দিৰ সাজি ভাৰতীয় সভ্যতা আৰু ঐক্যতাত বিশেষত্ব দিছিল। আজিও এই চাৰিটা মঠ তীৰ্থ যাত্ৰীৰ তীৰ্থস্থান হৈ আছে।

প্ৰকৃতিৰ মনোমোহা পবিত্ৰ স্থানত সেই অতীত কালতেই এই তীৰ্থ সমূহ স্থাপন কৰিছিল। চাৰিওফালে প্ৰকৃতিৰ মনোমোহা দৃশ্যৰে ভৰা সেই পবিত্ৰ স্থান হল—কাশ্মিৰৰ বৰফে ধকা গুহা "অমৰনাথ"। কেইপ কমৰিণৰ ৰামেশ্বৰমত ভাৰজিন গডৰ মন্দিৰ। হিমালয়ৰ পাদোদকত বেনাৰচ আৰু হৰিদ্বাৰ।

পৰ্ব্বত পাহাৰ বগাই অকাই পকাই গঙ্গানদী বৈ আহি সমতলত পৰিছে। গঙ্গা আৰু যমুনাৰ মিলিত স্থলেই হল প্ৰয়াগ বা এলাহাবাদ। যমুনাৰ পাৰত মথুৰা আৰু বৃন্দাবন পুৰণি কৃষ্ণলীলাই ইয়াকেই আবৰি আছে। ইয়াৰ পাৰতেই বুদ্ধগয়া। এই বুদ্ধগয়াতেই বুদ্ধদেৱে সিদ্ধিলাভ কৰে। দক্ষিণাত্যতো বহু মঠ মন্দিৰ শিলত কটা মূৰ্ত্তি আজিও বিদ্যমান! এই সকলোবিলাকে অতীত ভাৰতৰ কৃষ্টি সভ্যতা ও শিল্পকলাকেই উল্লেখ কৰে।

শঙ্কৰাচাৰ্য্যই বৌদ্ধধৰ্ম্ম ভাৰতত প্ৰচাৰ হোৱাত যদিও কোনো বৰঙ্গণি নিদিলে তথাপি এই ধৰ্ম্মই তেওঁকো প্ৰভাবান্বিত কৰে। সেই কাৰণেই তেওঁ ব্ৰাহ্মণ ধৰ্ম্মক পিতৃৰূপে সাৱতি লয়!

---

# ভাৰত আৰু চীন

## হীওয়েনচাঙৰ ভাৰত বিবৰণ

হীওয়েনচাঙৰ ভাৰত বিবৰণ বৰ মনোমোহা। সেই সময়ৰ ৰাজধানী "চাই-আন্-ফু" কলা আৰু কৃষ্টিৰ কেন্দ্ৰস্থল আছিল। হীওয়েনচাঙৰ এই বিবৰণ অতি মূল্যবান। শিক্ষাৰ আৰম্ভণিৰে পৰা ভাৰতত হোৱা পৰিবৰ্ত্তন ও সালসলনি সকলো তেওঁ লিখি গৈছে। তেওঁৰ বিবৰণ দিয়া মতে ভাৰতৰ শিক্ষা পাঁচ ভাগে বিভক্ত। ১! ব্যাকৰণ, (১) শিল্প, (ঃ) ঔষধ, (৪) ন্যায়শাস্ত্ৰ, (৯) দৰ্শন শাস্ত্ৰ।

শিক্ষাৰ প্ৰতি ভাৰতীয় সকলৰ একাগ্ৰতাত তেওঁ মুগ্ধ হৈছিল। প্ৰায়েবিৰি স্কুল সমূহত একে ধৰণৰ শিক্ষা চলিছিল। বৌদ্ধ সন্যাসী সকল ইয়াৰ শিক্ষক।

সাধাৰণ মানুহ বিলাক সৰল ন্যায়পৰায়ণ। এওঁলোকৰ মন যদিও উচ্চ তথাপি বাক্য চেলবেলীয়া আৰু ভাব গহীন নহয়। টকা পইচা উপাৰ্জ্জনৰ পথত তেওঁলোকৰ কোনো শিল্প বিদ্যা নায়। বিচাৰত তেওঁলোক ন্যায়পৰায়ণ ঠগ বা প্ৰবঞ্চক তেওঁলোক নহয়। নিজৰ বাক্য তেওঁলোকৰ শিৰোধাৰ্য্য। সৰকাৰৰ শাসনকাৰ্য্যত তেওঁলোক সাধু, ব্যৱহাৰত নম্ৰ ও ভদ্ৰ। কম সংখ্যক লোকৰ মাজতহে অন্যায় আচৰণ পৰিলক্ষিত। মানুহক জোৰ জুলুম দি কামত খটুৱাব লগাত পৰা নাছিল। কৰ কাতলো মানুহৰ ওপৰত খুউব কম। ব্যৱসায়ী সকলে ইচ্ছা অনুযায়ী বেহা বেপাৰ অনা নিয়া কৰিছিল।

হীওয়েনচাং যি পথেদি ভাৰত সোমাই সেই পথেদিয়েই চীন দেশলৈ ঘুৰি যায়। উভতি যাওঁতে তেওঁ ভাৰতৰ পৰা বহু হাতে লিখা পুথি লগত নিয়ে। বৌদ্ধ ধৰ্ম্ম যে বহুদূৰ বিয়পি খুৰচন, ইৰাক,



মুসল আৰু চাইবীয়া সীমান্ত পাইছিল তেওঁৰ লিখিত বিবৰণে তাকে বুজায়। পাচত ইচ্‌লাম ধৰ্ম্মৰ আবিৰ্ভাবত বৌদ্ধধৰ্ম্ম কেনেকৈ জঁয় পৰি গল তাকো তেওঁ লিখি গৈছে।

ইৰানীয়ান সকল শিল্প বিদ্যাত পাৰ্গত কিন্তু শিক্ষাৰ কাৰণে সিমান লালায়িত নহয়। জীৱনটোক সৌন্দৰ্য্যৰে ভৰপুৰ কৰা আৰু মনোমোহা কৰাত বেচি মনোযোগ দিছিল। এওঁলোকৰ এই প্ৰভাব সুদূৰ এচিয়ালৈকে বিয়পি পৰিছিল। গুবি মৰুভূমিৰ কাষত থকা তুৰ্ফান ৰাজ্যৰ বিষয়ে হীওয়েন্‌চাঙে লিখিছে :—

"তৰফান ৰাজ্যই বহু দেশৰ শিল্পক অনুকৰণ কৰি এক উন্নত শিল্প গঢ়ি তুলিছে। ইয়াৰ সাজ সৰমজাম অতি উন্নত। চীন, পাৰস্য, ভাৰত আনকি গ্ৰীচ দেশৰ "হেলেনৰো" ইয়াত প্ৰভাব পৰিছে। ইয়াৰ শিল্প বিদ্যাই সকলোৰে মন আকৰ্ষণ কৰিছে।

ইয়াৰ ভাষা আৰু সভ্যতা ভাৰত আৰু ইউৰোপৰ মাধ্যমৰ। ভাষাত ইৰাণ আৰু ইউৰোপৰ আগৰ দিনত শিলত কটা আখৰ ব্যৱহাৰ কৰিছে। ধৰ্ম্ম গ্ৰহণ কৰিছে ভাৰতৰ! জীৱন ধাৰণৰ সকলো নিয়ম পালন কৰিছে চীন দেশৰ পৰা। শিল্পবিদ্যা অনুকৰণ কৰিছে ইৰাণৰ পৰা।

শিলত কটা মূৰ্ত্তি আৰু আন আন দেব দেবতাৰ মূৰ্ত্তি গ্ৰীচৰ পৰা অনুকৰণ কৰিছে।"

হীওয়েন্‌চাঙ আহি নিজ দেশ চীনত উপস্থিত হোৱাত ৰজা প্ৰজা সকলোৱে তেওঁক স্বাগত সম্ভাষণ জনায়। লগত লৈ যোৱা হাতে লিখা সংস্কৃতৰ পুথিসমূহ তেওঁ চীনা ভষোলৈ অনুবাদ কৰে।

হীওয়েন্‌চাঙে দূৰ দেশসমূহ ভ্ৰমণ কৰিবৰ কাৰণে নিজ দেশ চীনৰ পৰা বিদায় লয়। সেই বিদায়ৰ সময়ত চীনৰ ৰজা তুৱাঙে এগিলাচ পানীত এমুঠি ধুলি মিহলাই হীওয়ান্‌চাঙক পীবলৈ দি এইদৰে কৈছিল—"আপুনি এই গিলাচ পানী পীলে ভ্ৰমণত কৃতকাৰ্য্য হব। কিয়নো নিজ দেশৰ এটি ধুলিকণাই আনদেশৰ ১০,০০০ (দহ

হাজাৰ) সোনৰ মুদ্ৰাতকৈয়ো বেচি মূল্যবান”। হীওয়েন্‌চাঙৰ ভাৰত ভ্ৰমণে ভাৰত আৰু চীন দুয়োদেশৰ মাজতে গভীৰ বন্ধুত্ব স্থাপন কৰে। দুয়ো দেশৰ শাসকৰ লগত ৰাজনৈতিক সম্বন্ধ গঢ়ি উঠে। কনৌজৰ ৰজা হৰ্ষবৰ্দ্ধনে চীনৰ সম্ৰাট তুৰাঙৰ লগত ৰাজ কটকীৰো আদান প্ৰদান কৰে। চীনলৈ উভতি গৈ হীওয়েন্‌চাঙে চিঠিৰ দ্বাৰায় ভাৰতীয় বন্ধুৰ লগত সমন্ধ স্থাপন কৰি হাতে লিখা বহু সংস্কৃত ভাৰতীয় পুথি সংগ্ৰহ কৰে। দুখন এনেকুৱা বিশেষ আকৰ্ষণীয় সংস্কৃতৰ চিঠি আজিও চীন দেশৰ মিউজিয়মত অতি সাৱধানে ৰক্ষা কৰিছে। ইয়াৰ এখন চিঠি ভাৰতৰ বৌদ্ধ পণ্ডিত “স্থবীৰ প্ৰাজ্ঞদেৱে ৬৫৪ খৃঃত হীওয়েন্‌চাঙলৈ লিখিছিল। এই চিঠিত তেওঁ বন্ধু বান্ধৱৰ কুশল মঙ্গল, সাহিত্য ক্ষেত্ৰত কৰা উন্নতি আৰু হীওয়েন্‌চাঙলৈ শুভেচ্ছা জনায়। চিঠিত লিখিছে !—

“আমি আপোনালৈ এজোৰ বগা পোচাক উপহাৰ পাঠালো। আপুনি সাদৰে গ্ৰহণ কৰিব। আপোনাক আমি পাহৰি যোৱা নায়। বাট বহুদূৰ গতিকে সৰু উপহাৰ পঠালো। তাৰ বাবে মনত একো বেয়া ভাব নলব। সংস্কৃত কাব্য শাস্ত্ৰ আপুনি যি বিচাৰে তাৰে তালিকা এখন আমালৈ পঠাই দিব। আমি নকল কৰি আপোনালৈ পঠাম।”

হীওয়েন্‌চাঙে উত্তৰত লিখিছিল :—“মই অলপতে ভাৰতৰ পৰা অহা চীনা ৰাজদূতৰ মুখে পণ্ডিত শীলাভদ্ৰৰ মৃত্যুৰ বাতৰি পাই শোকত ম্ৰিয়মাণ হলো। ভাৰতৰ পৰা অনা হাতে লিখা সংস্কৃত পুথি “যোগাচাৰ্য্যভূমি শাস্ত্ৰ” আৰু আন ৩০ খন সংস্কৃত পুথি চীনা ভাষালৈ অনুবাদ কৰিলো। মই বৰ দুখেৰে জনাব লগীয়া হলো যে সিন্ধুনদী পাৰ হওঁতে পবিত্ৰ গ্ৰন্থখনি মই হেৰুৱালো। চিঠিৰ লগতে কিতাপৰ তালিকা পাঠালো। অনুৰোধ কৰিছো সময় পালে লিষ্টিত দিয়া কিতাপ কেইখন পঠায় মোক কৃতাৰ্থ কৰিব। উপহাৰ স্বৰূপে আপোনালৈ মই কেইটিমান সৰু বস্তু পাঠালো। অনুগ্ৰহ কৰি গ্ৰহণ কৰিব।



নলন্দা বিশ্ববিদ্যালয়ৰ বিষয়ে হীওয়েনচাঙে বহু কথা লিখি গৈছে। “মই নলন্দা বিশ্ববিদ্যালয়ৰ অপূৰ্ব্ব ভগ্নাংশ বিলাক দেখি সঁচাকৈয়েই স্তম্ভিত। কি কৌশলেৰে কোনজন খনিকৰে ইমান ধুনীয়া কৰি সাজিলে। এই নলন্দা বিশ্ববিদ্যালয়ৰ ভগ্নাংশ কেৱল এটা অংশতহে খান্দিছে। বাকী অংশ এতিয়া মানুহৰ বাসস্থান হয়েই আছে। খান্দি উলিওৱা অংশ বিশেষত ডাঙৰ ডাঙৰ অফিচ ৰুম আৰু শিলৰ প্ৰকাণ্ড অট্টালিকাৰ অংশ জুৰি আছে।

হীওয়েন্‌চাঙৰ মৃত্যুৰ পাচত আন এজন চীনা পৰিব্ৰাজক “আই চীঙ” ৬৭১ খৃঃ ত ভাৰতলৈ আহে। ভাৰত আহি পাওতে এওঁৰ দুবছৰ লাগিছিল। দুবছৰৰ পাচত হুগলীৰ মুখত তাম্ৰলিপতিত এওঁ উপস্থিত হয়। এওঁ সাগৰেদি আহি শ্ৰীভোগ বা পালেংওৱাংত বহু দিন থাকি সংস্কৃত অধ্যয়ন কৰে। সাগৰেদি অহাটো এওঁৰ এটি বিশেষত্ব আছে। ৰাজনৈতিক আন্দোলনে মধ্য এচিয়াত সেই সময়ত দেখা দিছিল। য’তে ত’তে অশান্তিৰ সৃষ্টি হল। বহু ঠাইত সজা বৌদ্ধ মন্দিৰ ধ্বংস হল। ভ্ৰমণকাৰী সকলৰো অসুবিধা হল। ইন্দুনেচয়াত সেই সময়ত ভাৰতীয় সকলে উপনিবেশ স্থাপন কৰে। এই উপনিবেশ সমূহে সাগৰৰ যাত্ৰা সুচল কৰে। সাগৰেদি দূৰ সুদূৰৰ লগত ভাৰতৰ যোগাযোগ হল। বেহা বেপাৰ চলিল। আইচীঙৰ লিখনিৰ পৰা এইটো বুজিব পৰা গল যে ভাৰত মহাসাগৰ আৰু ভাৰতৰ নদ নদী সমূহৰ নৌ জাহাজৰ যাতায়তৰ পথ সুগম হল। পাৰশ্য, মালয়া, সুমাত্ৰা আৰু চীন দেশৰ লগত ভাৰতৰ যোগাযোগ স্থাপন হল! এখন পাৰস্যৰ জাহাজত আহি আই চীঙে খুৱাংটাঙৰ পৰা সুমাত্ৰা আহি পায়। এওঁ নলন্দা বিশ্ববিদ্যালয়ত বহু দিন সংস্কৃত অধ্যয়ন কৰে। চীনলৈ উলটি যাওতে এওঁ লগত বহু সংস্কৃত পুথি লৈ যায়। বৌদ্ধধৰ্ম্মৰ উৎসব আৰু মহাসমাৰোহ বিলাকত এও মুগ্ধ হৈছিল। এই বিষয়ে তেওঁ লিখি থৈ গৈছে।

আইচীঙে ভাৰতীয় মানুহৰ সমাজত প্ৰচলিত নিয়ম আচাৰ ব্যৱহাৰ

খোৱালোৱা, পিন্ধন উৰণ এই সকলো বিলাকৰ বিষয়ে লিখিছে। “ষ” ধান উত্তৰ ভাৰতৰ প্ৰধান খাদ্য। পূব আৰু দক্ষিণৰ প্ৰধান খাদ্য “ধান”। মাংস মানুহে কেতিয়াবাহে খাইছিল। মাখন, ঘি, তেল, আৰু গাখীৰ য'তে ত'তে পাইছিল। ফল মূল প্ৰচুৰ পৰিমাণে পোৱা গৈছিল।

বিশুদ্ধতা ও অপবিত্ৰতাত ভাৰত সকলোৰে লগত অমিল আছিল। খোৱা খাদ্য বাকী ৰলে সাঁচি নথৈ পেলাই দিয়ে। চীন দেশৰ মানুহে সাঁচি থয়।

আইচীঙে পশ্চিম ভাৰতক “চাই ফাং” বুলি উল্লেখ কৰে। পশ্চিম ভাৰতক তেওঁ আৰ্য্যদেশ বুলিছিল। তেওঁৰ মতে আৰ্য্য মানে মহৎ আৰু দেশ মানে দিশ্ এই দিশত মহৎ লোকে এজনৰ পাচত এজনে জন্মগ্ৰহণ কৰিছে। ইয়াক মধ্যদেশ বুলিও কয়। মঙ্গোলীয়ান সকলে এই মহৎ ঠাইক হিন্দু ( Hsin-Tu ) বুলিছিল।

আইচীঙে হিন্দুৰ বিষয়ে বৰ আকৰ্ষণীয় ভাবে উল্লেখ কৰিছে। তেওঁ কয় যে কোনো লোকে “ইন্দু বুলিলে জুনক বুজায়। চীনাই ভাৰতৰ নাম ইন্দু ( Yin-Tu ) বোলে। এওঁ ইণ্ডিয়াক মহৎ ঠাই ( Noble Land ) আৰু চীনক স্বৰ্গীয় ৰাজ্য নামে অভিহিত কৰে। ভাৰতীয় মানুহে পবিত্ৰতা আৰু বিশুদ্ধতাত বিশেষ নজৰ দিছিল। চীনক কৰ্ম্মৰ পটুতাত, সৌন্দৰ্য্যতাত, সাম্যভাবত মিলনত, সাহিত্যত সুস্বাদ আহাৰৰ জুটি লোৱাত, বিদ্যায়ৰ উৎসবত ন্যায় আৰু পৰোপকাৰত চহকী বুলি উল্লেখ কৰিছে। মানুহৰ চৰিত্ৰ আৰু বস্তুৰ গুণত চীনক স্বৰ্গীয় ৰাজ্য বুলি কয়। পুৰণি সংস্কৃতত চীনৰ সম্ৰাটক দেৱ পুত্ৰ “( Son of heaven ) বুলিছিল।

আইচীঙ সংস্কৃতত এজন অগাধ পণ্ডিত আছিল। উত্তৰ আৰু দক্ষিণ দেশসমূহে সংস্কৃত ভাষাক আদৰ কৰে বুলি এও উল্লখ কৰিছে। স্বৰ্গীয় সুধাৰ ভৰাল ( ভাৰত )। দেৱভাষা সংস্কৃত। কোনে যে আদৰ কৰি দেবভাষা সংস্কৃত ভাৰতক শিকালে। তেওঁ ভাবি তন্ময়।



বৌদ্ধ সন্যাসী পণ্ডিত চুঙওয়েনে তুৱাঙ বংশধৰ সকলক চীনা ভাষাত সংস্কৃতৰ স্বৰলিপি বৈজ্ঞানিক উপায়ে শিকাবলৈ যত্ন কৰিছিল।

ভাৰতত বৌদ্ধধৰ্ম্মৰ অৱনতিৰ লগে লগে চীন আৰু ভাৰতবৰ্ষৰ পণ্ডিত সকলৰ মাজত সম্বন্ধও বিচিন্ন হয়। কেতিয়াবা কাচিৎ হে চীনদেশৰ ভ্ৰমণকাৰী আহি বুদ্ধদেৱৰ জন্মস্থান পবিত্ৰ ভাৰত পৰিদৰ্শন কৰিছে।

১১০০ শতাব্দীত ভাৰতৰ ৰাজনৈতিক বিপ্লৱৰ সময়ত দলে দলে বৌদ্ধ সন্যাসীয়ে হাতে লিখা কিতাপ পুথি লৈ নেপালে তীব্বতলৈ যায়। সেই কাৰণেই ভাৰতৰ সংস্কৃত সাহিত্যৰ বহু কিতাপ চীন আৰু তীবেবতত পোৱা যায়। ভাৰতীয় মূল ভাষা সংস্কৃতৰ পৰা অনুবাদ কৰি চীন আৰু তীবেবতৰ সুপ্ৰসিদ্ধ লিখক সকলে “বৌদ্ধধৰ্ম্ম”, ব্ৰাহ্মণসকলে পালন কৰা ধৰ্ম্ম, জ্যোতিষ গণনা, অঙ্কশাস্ত্ৰ, চিকিৎসা আৰু ঔষধ আদিৰ বিষয়ে চীনাভাষা আৰু তীবেবতান ভাষাত লিখি থৈ গৈছে। এনে পুথি চীনৰ “চুঙপাৱত” ৮০০০ ( আঠ হাজাৰ ) খন সংগ্ৰহ কৰি ৰখা হৈছে। তীব্বেতত এনেবিলাক সকলো পুথিয়েই আছে। চীন, তীবেবত আৰু ভাৰতীয় পণ্ডিত সকলৰ সহযোগীতাত সেই সময়ত “সংস্কৃত-তীবেবতান্-চীনা” অভিধান লিখা হয়। ৯০০শ শতাব্দীৰ পৰা ১০,০০০ শতাব্দীলৈকে এই কালচোৱাক “মহাব্যুৎপত্তিৰ” কাল বুলি অভিহিত কৰে!

৮০০শ শতাব্দীত চীনে আবিস্কাৰ কৰা কিতাপ সমূহ কাঠৰ ব্লকৰ দ্বাৰা ছাপা কৰা হৈছিল। ১০০০ শতাব্দীত ছাপাখানাৰ কাৰণে চৰকাৰী বিষয়া নিয়োগ হয় আৰু তাৰ ফলস্বৰূপে দ্ৰুতগতিত ছাপাখানাৰ কাম চলি দেশৰ উন্নতি সাধন কৰে। ভাৰতৰ ছাপাখানা নামৰ কোনো উল্লেখ পোৱা নাযায়।

চীনৰ পৰা তীববতলৈ ছাপাৰ ব্লক আহিল। চীনৰ এই ছাপাখানাৰ কৌশল ইউৰোপত প্ৰচাৰ হয় ইংৰাজী ১২৬০—১৩৬৮ চনত।

এই কালছোৱাত চীনত মঙ্গোল বা ওৱাং বংশই ৰাজত্ব কৰিছিল। ইউৰোপত এই ছাপাখানাৰ কৌশল প্ৰথমতে জাৰ্ম্মানীত প্ৰকাশ হয়। তাৰ পাচত ১৫০০ চনত আন আন ঠাইলৈ প্ৰসাৰিত হয়। ইন্দু, আফগান আৰু মোগল সকলৰ শাসনৰ সময়ত ভাৰত আৰু চীনৰ ৰাজনৈতিক সমন্ধ স্থাপন হয়।

১৩২৬—১৩৫১ চনত দিল্লীৰ চুলতান মহম্মদবীন টোগলকে আৰবৰ বিখ্যাত ভ্ৰমনকাৰী "ইবন বাতুতাক" ৰাজদূত নিয়োগ কৰি চীনদেশলৈ পঠায়—বঙ্গদেশে সেই সময়ত দিল্লীৰ আনুগত্য স্বীকাৰ কৰা নাছিল। ১৪০০ চনৰ মাজ ভাগত চীনে "হীউচীয়েন" আৰু "ফিনচীয়েনক" ৰাজদূত নিয়োগ কৰি বঙ্গদেশৰ চুলতানৰ দৰবাৰলৈ পঠায়। এই সূত্ৰতেই চুলতান গিয়াচুদ্দিনৰ ৰাজত্ব কালত বঙ্গ আৰু চীনৰ লগত ৰাজদূতৰ চলাচল হয়। চীন দেশত এই সময়তেই সম্ৰাট মীনে ৰাজত্ব কৰিছিল।

১৪১৪ চনত ছাইফুদ্দিনে চীনদেশৰ পৰা আন আন উপহাৰৰ বাহিৰেও এটা জীৱন্ত জীৰাফ লগত লৈ ভাৰত পায়হি। চীন-দেশৰ পৰা কি কৌশলেৰে এই জীৱন্ত জীৰাফ আনি ভাৰত পোৱালেহি ই-বৰ ৰহস্যৰ বিষয়। অনুমান কৰা যায় যে আফ্ৰিকাৰ পৰা চীনৰ মীন ৰজালৈ এটা জীৰাফ পথিওৱা হৈছিল। সেই জীৰাফয়েই এই উপহাৰ যি ভাৰতলৈ পথিওৱা জীৰাফ বুলি অনুমান হয়।

কনফু-কীউৱাচৰ অনুগামী সকলে চীনদেশত জীৰাফটো পা অতি শুভ উপহাৰ বুলি গ্ৰহণ কৰিলে। চীনদেশত যে জীৰা আছিল তাত কোনো সন্দেহ নায়। চীনৰ কাৰিকৰ সকলে চিত্ৰ কাপোৰত আনকি জীৰাফৰ হে ছবি তুলিছিল। ৰাজ দৰবাৰ কলাকাৰ ও শিল্পী সকলে জীৰাফৰ ছবি আকি প্ৰশংসা লা কৰিছিল। মন্ত্ৰী ও প্ৰজা সকলে এই জীৰাফ চাবলৈ গোট খাইছি আৰু আফ্ৰিকাৰ জীৰাফ চাই বেচ আনন্দ উপভোগ কৰিছিল।

বৌদ্ধধৰ্ম্মৰ কালচোৰাত ভাৰত আৰু চীনৰ মাজত বাণিজ্য ব্যৱসা চলিছিল। সেই সময়ৰ পৰা ভাৰতত ইন্দু আফগান মোগল সকল



ৰাজত্ব কাললৈকে চীনৰ লগত ভাৰতৰ ব্যৱসায় বাণিজ্য চলিয়েই আছিল। দুয়ো দেশৰ মাজত দুয়ো দেশত উৎপন্ন হোৱা বস্তুৰ আদান প্ৰদান হৈছিল।

উত্তৰ ভাৰতৰ হিমালয়ৰ পথ অতিক্ৰম কৰি ভাৰতৰ পৰা উট্টৰ পিঠিত ভাৰতীয় মালবস্তু 'বোজা দি মধ্য এচিয়া পাইছিল। দক্ষিণ এচিয়াৰ দ্বীপ সমূহৰ লগতো দক্ষিণাত্যৰ সাগৰৰ পথেদি ভাৰতৰ বেহা বেপাৰ চলিছিল। এনে ভাৱেই এহেজাৰ বছৰৰ ভিতৰতে চীন আৰু ভাৰত দুয়ো দেশেই দুয়ো দেশৰ পৰা দৰ্শন,শিল্পকলা, মনোবিজ্ঞান ও জীৱন ধাৰণৰ বহু মানদণ্ড লাভ কৰিলে। চীন ভাৰতৰ পৰা বহু বিষয়ে উপকৃত হল। কিন্তু ভাৰতে চীনৰ পৰা একো লব নোৱাৰিলে। ভাৰতেওঁ লব পাৰিলে হয়। বৌদ্ধধৰ্ম্মৰ সূক্ষ্ম দৰ্শন কনফিকীউচাচ লাওচৰ লগত মিলিছিল। জীৱনৰ প্ৰতি থকা মোহ আৰু মনৰ আনন্দ চীনা সকলৰ পৰা বৌদ্ধ ধৰ্ম্মই আঁতৰাব নোৱাৰিলে।"

১৬০০ চনত উৱচীয়েনে লিখা বান্দৰ বোলা কিতাপখনত হীওয়েন্‌চাঙ ভাৰতলৈ আহোঁতে অতিক্ৰম কৰা দুৰ্গম যাত্ৰাক মনেৰে পাঙি কাল্পনিক ঘটনাৰে বহু বিৱৰণ লিখি গৈছে। এই পুথিখন "আৰ্থাৰ ওৱেলে" ইংৰাজী ভাষালৈ অনুবাদ কৰিছে। ভাৰতবৰ্ষলৈ উছৰ্গা কৰি এই কিতাপখনিব সমাপ্ত কৰিছে। এই বুলি উছৰ্গা কৰিছে—"মোৰ এই গ্ৰন্থখনি মই বুদ্ধদেৱৰ পবিত্ৰ ধামলৈ উছৰ্গা কৰিলো। যি সকল বিস্মৃতিৰ বুকুত হেৰাই গল যি সকলে পোহৰৰ ৰেঙনি বিলালে তেওঁলোকৰ গুণ ও গৰিমাৰে যেন চিৰস্মৰণীয় হৈ ৰ'ক।"

ইয়াৰ পাচত বহু শতাব্দী ধৰি চীন আৰু ভাৰতৰ সম্বন্ধ বিচ্ছিন্ন ৰ। ইষ্ট ইণ্ডিয়া কোম্পানীৰ প্ৰভাৱত চীন আৰু ভাৰতৰ লগত পুনৰ যোগাযোগ স্থাপন হয়। ভাৰতৰ বন্ধুত্ব চীনৰ লগত চিৰস্থায়ী হৈ ৰল। নৱল কেবল চীনৰ হে। চীনে ভাৰতলৈ কাণি বৰবিহ ঠালে, অশান্তি আৰু যুদ্ধ আনিলে।

---

# দক্ষিণ পূব এচিয়াত ভাৰতীয় উপনিবেশ আৰু ভাৰতীয় সভ্যতা

ভাৰতক জানিবলৈ আৰু ভাৰতৰ পৰা শিকিবলৈ বহুদূৰ সুদূৰৰ পৰা ভ্ৰমণকাৰীৰ দল আহিছিল। অতীজতে ভাৰত কি আছিল আৰু কি কৰিছিল ইত্যাদি জানিবলৈ বিদেশৰ মানুহৰ মন ব্যগ্ৰ হল। বিশ্ব কবি ৰবীন্দ্ৰনাথ ঠাকুৰে ("To know my country") "মোৰ দেশক জানিবলৈ" বুলি এটা কবিতা লিখিছিল। তেওঁ কৈছে "মোৰ দেশ ভাৰতবৰ্ষক জানিবলৈ হলে আমি অতীতলৈ উভটি যাব লাগিব। যি সময়ত অতীত ভাৰতে নিজৰ আত্মাক চিনি পাইছিল, মহান দেশৰ প্ৰাকৃতিক সীমা ৰক্ষা কৰিছিল, গৌৰবৰ জক্‌মকনিয়ে ভাৰতৰ পূবাকাশ উদ্ভাসিত কৰিছিল আৰু যি সকল ভাৰতৰ মিত্ৰ শক্তিয়ে ভাৰতক অতি আপোন কৰি নিজক জাগ্ৰত কৰিছিল সেই অতীত সময় চোৱালৈ আমি উভতি যাব লাগিব।"

বৰ্ত্তমানৰ ভাৰতক সংকীৰ্ণতাৰে আৱৰি ধৰিলে। দৰিদ্ৰতা আৰু দুৰ্দ্দশাই ভাৰতক চাৰিওফালৰ পৰা আগুছি ধৰিছে। অতীতৰ সেই মধুৰ ওম্‌কাৰ ধ্বনি আৰু আত্ম গৌৰবৰ উজ্জ্বল কিৰণ বৰ্ত্তমানৰ মহাসমস্যাৰ মহাপ্ৰলয়ে অন্ধকাৰ কৰি আৱৰি ললে।

সেই অতীতৰ দিনলৈ আমি সোঁশৰীৰে যাব নোৱাৰোঁ। যাব লাগিব মনেৰে বহুদূৰ এচিয়াৰ মহাদেশলৈ য'ত ভাৰতে সাক্ষী প্ৰমাণ স্বৰূপে নিজৰ সভ্যতা এৰি থৈ আহিছে। আমি কেইজনেনো বাৰু অতীত ভাৰতে এৰি থৈ যোৱা সুগভীৰ চিন্তা ও দৰ্শনৰ কথা জানো? কত জন ভাৰতৰ সুযোগ্য সন্তানে বিদেশত কীৰ্ত্তি আৰু যশস্যা ৰাখি গল তাৰ ইতিহাস লিখিবলৈ এতিয়াও বাকী ৰ'ল।

পশ্চিমীয়া লিখক সকলে অনুমান কৰে যে পৃথিবীৰ অতীত বুৰঞ্জীয়ে কেৱল মধ্যসাগৰৰ পাৰৰ দেশ সমূহকহে বুজাইছিল। তেওঁলোকে



লোকে ইউৰোপকহে অগ্ৰস্থান দিবলৈ চেষ্টা চলাই আছে। ইয়াৰ ভিতৰতেই আন দেশক যাতে সামৰি লব পৰা যায় তাৰো চেষ্টা চলিছে।

চাৰ চাৰ্লচ ইলিয়টে লিখিছে ঃ—'যি সকল পৃথিবীৰ বুৰঞ্জী লিখকে ইউৰোপীয় বুৰঞ্জী লিখি গল তেওঁলোকে ভাৰতৰ কাৰণে অন্যায় কৰি গৈছে। তেওঁলোকে কব খোজে যে ভাৰতীয় সকল নিশকতীয়া ও কল্পনাপ্ৰিয়। সাগৰ মহাসাগৰে আৰু পৰ্ব্বত পাহাৰে ভাৰতক পৃথিবীৰ আন আন দেশ সমূহৰ পৰা পৃথক কৰি ৰাখিছে। তেওঁলোকৰ বিবৰণে অতীত ভাৰতৰ অসীম কীৰ্ত্তি, জয় ও যশস্যা ম্লান কৰিছে। অতীত ভাৰতৰ চিন্তা ও দৰ্শনৰ ওচৰত অতীত ইউৰোপৰ ব্যৱসায় ও বাণিজ্য অতি নগণ্য।

বৰ্ত্তমানে যে অতীত ভাৰতৰ বহু তথ্য পাতি আবিস্কৃত হৈছে ইলিয়টে [Eliot : Hinduism and Budhism] বোধ হয় নাজানে। তেওঁ জনা হলে এই কথা নিশ্চয় স্বীকাৰ কৰিলে হেতেন যে অতীত ভাৰতৰ কৃষ্টি ও সভ্যতাই সুদূৰ ব্যাপি জ্ঞানৰ গভীৰতাৰে যশস্যা ও কীৰ্ত্তি চিৰ স্মৰণীয় কৰি থৈ গৈছে। দক্ষিণ পূব এছিয়াৰ বুৰঞ্জীয়ে ভাৰতৰ নতুন নতুন চিত্ৰপট আঁকি নতুন ভাৱভঙ্গীৰে মন প্ৰাণ অনুপ্ৰাণিত কৰিছিল।

চম্পা, কম্বদীয়া, অঙ্কুৰা, শ্ৰীবিজয় আৰু মেজাপাহীত শূন্যৰ পৰা হঠাতে আহি জীৱন্ত মুৰ্ত্তি ধৰি অতীতে বৰ্ত্তমানক ভাবৰ অনুকম্পনেৰে সাৰতি ধৰিলে।

শৈলেন্দ্ৰৰ বিষয়ে ডাক্তৰ এইচ্ জি কোৱাৰ্টচ্ ওৱেলচে লিখিছে—শৈলেন্দ্ৰ এজন প্ৰখ্যাত যুজাৰু আৰু বিজেতা আছিল। এওঁৰ যশস্যা আৰু কীৰ্ত্তি পাৰস্যৰ পৰা চীনলৈকে বিয়পি পৰিছিল। এওঁৰেই সাগৰত জাহাজ পৰিচালনা কৰি ভাৰতীয় কৃষ্টি আৰু সভ্যতাৰে জাভা আৰু কম্বদ্বীয়া জক্‌মকীয়া কৰে। মহাভাৰত আৰু ৰামায়ণৰ ৰহস্যময় কাহিনীৰে জাভা আৰু বলীদ্বীপ এতিয়াও চহকী। অতীত

ভাৰতৰ ভগ্নাংশৰ কীৰ্ত্তিস্তম্ভ আজিও অঙ্কুৰা আৰু বৰুবুডুৰত অতীত ভাৰতৰ কীৰ্ত্তিস্তম্ভ জিলিকি আছে।

খৃষ্টীয়ান চনৰ আৰম্ভনিৰে পৰা ভাৰতৰ দক্ষিণ পূব অঞ্চল সিংহল, ব্ৰহ্মদেশ, মালয়, জাভা, সুমাত্ৰা, বৰ্ণিও, শ্যামদেশ, কম্বুদ্বীয়া, ইন্দুচাইনা, ফৰমুজা, ফিলিপাইন আৰু চেলিবিজ আদিত ভাৰতীয় ঔপনবেশিকৰ ঢৌ ইটোৰ পাচত সিটো বাগৰি গল। মাদাগাস্কাৰৰো চলিত ভাষা আনকি ইন্দুনেচীয়াৰ সংস্কৃত শব্দেৰে মিহলি। খৃষ্টীয়ান্ শকৰ পহিলা চনৰ পৰাই ৯০০ খৃষ্টাব্দলৈকে ভাৰতীয় চাৰিটা ঔপনিবেশৰ ঢৌ গৈ পূব প্ৰান্তৰ বিয়পি পৰে। ভাৰতৰ বিভিন্ন ৰাজ্যই এই ঔপনিবেশৰ দলসমূহ সংগঠন কৰে। এই ঔপনিবেশৰ দলসমূহে একে সময়তেই একেলগে সাগৰৰ বুকুত বিস্তাৰিত হৈ সামৰিক কেন্দ্ৰস্থল আৰু প্ৰধান প্ৰধান বেহা বেপাৰৰ বন্দৰ সমূহত বসতি কৰে। বসতি কৰা ঠাই বিলাকো ভাৰতীয় নামে নামাকৰণ হয়। কম্বুদ্বীয়াক কামভোজ বুলিছিল। অতীত ভাৰতৰ গান্ধাৰা বা কাবুলৰ এখন সুবিখ্যাত নগৰ আছিল কামভোজ। এই কামভোজৰ নামানুযায়ী কম্বুদ্বীয়াক কামভোজ বুলিছিল। গান্ধাৰা বা আফগানিস্থান সেই সময়ত ভাৰতৰ প্ৰধান অঙ্গ আছিল।

সাগৰৰ যাত্ৰা সেই সময়ত বৰ ভয়াবহ ও দুঃসাধ্যকৰ আছিল। প্ৰতি মুহূৰ্ত্ততে মৰণে কালান্তক মূৰ্ত্তি ধৰি সন্মুখত থিয় দি থাকে। এনে দুঃসাধ্য বিপদসঙ্কুল সাগৰ যাত্ৰাৰ কাৰণে মানুহক কি লোভনীয় শক্তিয়ে বাৰু উদগাইছিল? ব্যৱসায়েই হল সেই লোভনীয় শক্তি। যবদ্বীপ বা জাভা "যব" ধানেৰে উভৈনদী। বৰ্ত্তমানে "যব" বুলিলে "যব" ধানকে ভাৰতত বুজায়। খনিজ পদাৰ্থ লো ধাতু আদি আৰু শস্যৰ উৎপাদনৰ বস্তু আদি এই সকলোবিলাক বাণিজ্যৰ বস্তু। সাহিত্য আৰু বাণিজ্য এই সাগৰ যাত্ৰা সমূহত বিশেষভাবে জড়িত আছিল। পুৰণি সংস্কৃতৰ সাধু কথাবিলাকত সমুদ্ৰ যাত্ৰাৰ বিপদে ভৰা কাহিনী আৰু সাগৰত ডুবা জাহাজৰ বিষয়ে বৰ্ণনা আছে।



গ্ৰীক আৰু আৰবৰ ইতিহাসেও ১ শতাব্দীৰ পৰাই ভাৰতৰ লগত থকা সাগৰৰ সম্বন্ধ উনুকীয়াই। ভাৰতে পোনপতীয়াকৈ মালয়প্ৰণালী ইন্দুনেচীয়া, চীন, পাৰস্য, আৰব আৰু ভূমধ্য সাগৰৰ পাৰৰ দেশ সমূহৰ লগত বেহা বেপাৰ চলাইছিল। দূৰ সুদূৰ ব্যাপি বাণিজ্য প্ৰসাৰণে ভাৰতৰ আৰ্থিক অৱস্থাৰ পৰিবৰ্ত্তনৰ দিশকেই ফট্‌ফটীয়াকৈ দাঙ্গি ধৰে।

দ্বিতীয় আৰু তৃতীয় খৃষ্টাব্দত ভাৰতৰ ৰাজ্যসমূহে ব্যবসায়ীদল সংগঠন কৰি সাগৰত পথায়। সেই সময়ত ভাৰতত অশোকে ৰাজত্ব কৰিছিল।

সমুদ্ৰ ভ্ৰমণকালত যি সমূহ দেশ বা দ্বীপ পাইছিল সেই সমূহ ঠাইত মূল্যবান লো, কৃষি উৎপাদিত মা-মছলা আৰু মূল্যবান কাঠ পাইছিল। টিনৰ খনিৰ কাৰণে মালয় দ্বীপ প্ৰসিদ্ধ আছিল।

ভাৰতৰ পৰা সাগৰৰ যাত্ৰা আগেয়ে আৰম্ভ হৈছিল কলিঙ্গ অৰ্থাৎ উৰিষ্যা আৰু বঙ্গপ্ৰদেশৰ সাগৰৰ দাঁতিয়েদি। পাচত পোনপতীয়াকৈ ভাৰতৰ লগত সাগৰৰ বাণিজ্য ব্ৰহ্মদেশ আৰু মালয় প্ৰণালী দ্বীপৰ লগত। এই সাগৰৰ পথেদিয়েই চীনৰ পৰিব্ৰাজক সকল ভাৰতলৈ আহে। ৫ম শতাব্দীত ফাহীয়ানে সাগৰ পথেদি আহি জাভা পায়। সেই সময়ত জাভাত বৌদ্ধ ধৰ্ম্মৰ মহাজন পন্থা প্ৰচলিত আছিল। এই বিষয়ে ফাহীয়ানে লিখি গৈছে।

এই সকলো বিলাকৰ পৰাই অনুমান কৰিব পাৰি যে সেই সময়ত ভাৰতত সাগৰত চলাচল কৰা জাহাজৰ কল কাৰখানা আছিল। দ্বিতীয় আৰু তৃতীয় শতাব্দীৰ দক্ষিণ ভাৰতৰ অন্ধ্ৰপ্ৰদেশৰ মোহৰত মাস্তুল থকা সাগৰৰ জাহাজৰ চিন পোৱা যায়। অজন্তাত কেচা মাটিৰে সজা পকি ঘৰৰ নক্সাত জাহাজ আৰু হাতীয়ে কঢ়িয়াই অনা ছবিয়ে অতীত ভাৰতৰ সমুদ্ৰ যাত্ৰাৰ কথাকে সূচায়।

পুৰণি ভাৰত আৰু ভাৰতৰ সৰু সৰু ৰাজ্য বিলাকত সাগৰৰ নাও আৰু জাহাজৰ জৰিয়তে বাণিজ্য ব্যৱসায় সমূহত এই সৰু সৰু ৰাজ্যৰ

দলবিলাকৰ মাজত কেতিয়াবা দন্‌খাৰিয়ালো লাগিছিল। চোলা ৰাজ্য সেই সময়ত দক্ষিণাত্যত শক্তিশালী হৈ উঠে। এই চোলা ৰাজ্যই সাগৰৰ শক্তিৰ বলত বলীয়ান হৈ শৈলেন্দ্ৰৰ বিৰুদ্ধে নৌ শক্তি পথিয়াই কিছুদিনৰ কাৰণে শৈলেন্দ্ৰক বশীভূত কৰে।

এনে ভাবেই অতীত ভাৰতে ঔপনিবেশিকৰ পাতনি মেলে। দেশত গঢ়ি উঠা উদ্যোগ আৰু সাগৰৰ বেহা বেপাৰে ভাৰতক সমৃদ্ধিশালী কৰি পূবৰ দেশ সমূহৰ মাজলৈ টানি নিলে। পুৰণি সংস্কৃত লিখনিয়ে ভাৰতক সোণৰ দ্বীপ বা স্বৰ্ণদ্বীপ বুলিছিল। এই নামেই হল লোভনীয়।

অতীত ভাৰতৰ ঔপনিবেশিকৰ দলে উপনিবেশ পাতি তাতেই বসতি কৰি ৰল। পাচত আন বাৰসসায়ী দল গৈ তেওঁলোকৰ লগত মিলি শান্তিৰে ব্যৱসায় বাণিজ্য চলাই থাকিল। এনেভাবে যি সকলৰ মিলন হল তেওঁলোকৰ মাজত সভ্যতাৰো সংমিশ্ৰণ প্ৰসাৰিত হয়। বহু ক্ষত্ৰিয় ৰাজকোৱঁৰ সৈন্য সামন্তৰে ভাৰতৰ পৰা গৈ সেই বিলাক উপনিবেশত দুঃসাহসিকতাৰ কামো কৰিছিল। ভাৰতৰ পৰা মাল্লা জনজাতিৰ লোক গৈ মালয় দ্বীপত মাল্‌ৱা জাতি গঢ়ি তোলে। এই মাল্‌ৱা জাতিয়েই ইন্দুনেচীয়াত প্ৰধান অংশ গ্ৰহণ কৰে। মধ্য-ভাৰতৰ এক অংশ এতিয়াও মাল্‌ৱা নামে জনাজাত। কলিঙ্গ অৰ্থাৎ উৰিষ্যাৰ পৰাই সাগৰেদি সুদূৰ দেশলৈ ভাৰতৰ ঔপনিবেশিকৰ দল গল। এই দল সমূহৰ ভিতৰত পল্লভ ৰাজ্যৰ দলহে প্ৰথমে উপনিবেশ স্থাপন কৰিব লৈ যত্ন কৰে। দক্ষিণ পূব এচিয়াৰ বিখ্যাত শৈলেন্দ্ৰ বংশ উৰিষ্যাৰ পৰাই অহা বুলি অনুমান হয়। উৰিষ্যাই আছিল সেই সময়ত বৌদ্ধধৰ্ম্মৰ কেন্দ্ৰস্থান। ইয়াৰ শাসনকৰ্ত্তা সকল ব্ৰাহ্মণিক বংশধৰ।

এই বিলাক উপনিবেশ স্থাপন হৈছিল চীন আৰু ভাৰত এই দুয়ো মহাদেশৰ মাজত যাতায়তৰ সুগমৰ কাৰণে। কিছুমান উপনিবেশ স্থাপন হল চীন দেশৰ সীমান্তত আৰু কিছুমান স্থাপন হল এচিয়া



মহাদেশৰ প্ৰধান ঠাই সমুহত। চীন মহাদেশ ভাৰত মহাদেশৰ লগত পোনপতীয়াভাবে ব্যৱসায়ত মিল হল। এই ব্যৱসায়ৰ ঘনিষ্ঠ সমন্ধই ইন্দুচীনত ভাৰতীয় সভ্যতা গঢ়ি তোলে। এই সমন্ধৰ কাৰণেই ভাৰত আৰু চীনৰ মাজত কোনো যুদ্ধবিগ্ৰহো হোৱা নাছিল। বহু বিষয়তেই দুয়ো মহাদেশৰ মিল আছিল।

চীন মহাদেশৰ প্ৰভাব বেচিকৈ ব্ৰহ্মদেশ, শ্যাম দেশ, আৰু ইন্দুচীনত পৰে। পূব সাগৰৰ দ্বীপ সমূহ আৰু মালয় প্ৰণালী ভাৰতীয় ভাব-ধাৰাত অন্তৰ্নিহিত হয়। চৰকাৰৰ শাসন প্ৰণালী আৰু জনসাধাৰণৰ জীৱনৰ গতি চীনৰ পৰাই অনুকৰণ কৰে। শিল্প আৰু ধৰ্ম্মহে কেৱল ভাৰতৰ। ব্যৱসায়ত প্ৰধান প্ৰধান দেশসমূহে চীনৰ ওপৰত নিৰ্ভৰ কৰে। সেই কাৰণেই এই দেশসমূহৰ মাজত ৰাজদুতৰো আদান প্ৰদান হয়। কম্বুদীয়া আৰু অঙ্কুৰাত যে ভাৰতীয় শিল্পবিদ্যাৰ প্ৰভাব পৰিছিল তাক কম্বুদীয়া আৰু অঙ্কুৰাৰ ধ্বংশৰ অংশ বিশেষৰ পৰাই সহজে অনুমান কৰিব পাৰি।

চাৰ জৌন মাৰশেলৰ মতে ভাৰতীয় আৰু গ্ৰীকৰ শিল্পবিদ্যা সকলো দেশেই সহজে লব পৰিছিল।

ভাৰতীয় শিল্পবিদ্যা ভাৰতীয় ধৰ্ম্ম আৰু দৰ্শনৰ ভিত্তিতে গঢ়ি উঠে। যেনেকৈ ভাৰতীয় বৌদ্ধ ধৰ্ম্ম পূব প্ৰান্তৰৰ বহু দেশ বিয়পি গল তেনেকৈয়েই ভাৰতীয় শিল্প বিদ্যাও বিয়পি পৰিল। ব্ৰাহ্মণ ধৰ্ম্মৰ প্ৰভাবো এই উপনিবেশ সমূহত পৰে। এই কাৰণেই এই উপনিবেশ সমূহত বৌদ্ধধৰ্ম্মৰ মহাজন পন্থা হয়। ভাৰতীয় উপনিবেশৰ সময় প্ৰায় তেৰশ বছৰ জোৰা। দ্বিতীয় আৰু তৃতীয় শতাব্দীৰ পৰা আৰম্ভ কৰি ১৫০০ পোন্ধৰশ শতাব্দীৰ শেহলৈকে এই উপনিবেশসমূহ থাকে। আগৰ উপনিবেশসমূহ সৰু সৰু বিশেষ মন কৰিব লগীয়া নাছিল কিন্তু ৫০০ পাঁচশ শতাব্দীৰ পৰা স্থাপিত হোৱা উপনিবেশসমূহ ডাঙ্গৰ। এই উপনিবেশসমূহে ডাঙ্গৰ ডাঙ্গৰ নগৰ চহৰ গঢ়ি তোলে। ৮০০ আঁঠ শ শতাব্দীত সাগৰত বেহা বেপাৰ মনত ৰাখিব লগীয়া ধৰণৰ

হয়। সাগৰেদি গৈ উপনিবেশ স্থাপন কৰা ৰাজ্যসমূহৰ ভিতৰত শৈলেন্দ্ৰ ৰাজ্য বা শ্ৰীবিজয় বিখ্যাত হৈ পৰে। মালয়শীয় এই ৰাজ্যই জলপথ আৰু স্থলপথ দুয়ো পথতেই আধিপত্য বিস্তাৰ কৰে। এই শ্ৰীবিজয় ৰাজ্যৰ ৰাজধানী সুমাত্ৰা। অলপতে আবিস্কাৰ কৰা মতে এই ৰাজ্য মালয় প্ৰণালীৰ। শ্ৰীবিজয় ৰাজ্যৰ অধীনত আছিল মালয়, সিংহল, সুমাত্ৰা, জাভাদ্বীপৰ কিছু অংশ, বৰ্ণিও, চেলিবিজ দ্বীপপুঞ্জ, ফিলিপাইন আৰু ফৰমুচাৰ কিছু অংশ। অনুমানিক ভাবে চম্পা (আন্নাম) আৰু কম্বুদ্বীয়াৰ ওপৰতো এই ৰাজ্যই প্ৰভুত্ব বিস্তাৰ কৰিছিল।

শৈলেন্দ্ৰ বংশৰ ৰাজ্য গঢ়াৰ আগেয়ে মালয় কম্বুদ্বীয়া আৰু জাভাত শক্তিশালী ৰাজ্য গঢ়ি উঠে। মালয় পেনিনচুলাৰ উত্তৰ অংশত শ্যামদেশৰ সীমান্তৰ কাষতে বহু ধ্বংসাৱশেষ পোৱা গৈছে। এই সকলো বিলাকে অতীতৰ উন্নত সভ্যতা আৰু উন্নত শিল্প বিদ্যাৰেই পৰিচয় দিয়ে। আন্নামত পাণ্ডুৰঙ্গমৰ নগৰ আছে। এই চহৰ তৃতীয় শতাব্দীত গঢ়া। পঞ্চম শতাব্দীত কামভোগ চহৰ প্ৰধান হৈ উঠে।

বিখাত জয়বৰ্ম্মণে ৯ম শতিকাত সৰু সৰু ৰাজ্যসমূহ লগ্‌লগাই কম্বুদ্বীয়া সাম্ৰাজ্য গঢ়ি তোলে। ইয়াৰ ৰাজধানী অঙ্কুৰা। এই কম্বুদ্বীয়া ৰাজ্য শৈলেন্দ্ৰৰ অধীনত আছিল। ৯ম শতাব্দীত কম্বুদ্বীয়া স্বাধীন ৰাজ্যত পৰিণত হয়। ৪০০শ বছৰ জুৰি কম্বুদ্বীয়া ৰাজ্য শক্তিশালী ৰাজ্য হৈ ৰল। ইয়াৰ ৰজা আছিল জয়বৰ্ম্মণ, যশোবৰ্ম্মণ, ইন্দ্ৰবৰ্ম্মণ আৰু সূৰ্য্যবৰ্ম্মণ। এচিয়া, মহাদেশৰ মাজত অঙ্কুৰা ৰাজধানী সুবিখ্যাত। সৌন্দৰ্য্যৰে ভৰপূৰ ধুনীয়া অঙ্কুৰা বুলি জনাজাত। বহুলোক এই ৰাজধানীত বসতি কৰিছিল আৰু চীজাৱৰ “ৰোম” ৰাজ্যতকৈয়ো ধুনীয়া আৰু ডাঙৰ আছিল। চহৰৰ কাষতেই অঙ্কুৰাৰ “বট” ধৰ্ম্ম মন্দিৰ। ১৩০০ শতাব্দীলৈকে কম্বুদ্বীয়া উন্নত আৰু শক্তিশালী হৈ ৰল। চীনা পৰিব্ৰাজকে ১২৯৭ চনত এই চহৰৰ ইতিহাস লিখে। হঠাতে এই চহৰ নিৰ্ম্মুল হল। বহু অট্টালিকা আধা কৰা অৱস্থাতেই ধ্বংস হল। “মেকং” নদীয়ে পলস পেলোৱাত এই দুৰ্ঘটনা ঘটিল। পলসে এই চহৰ সকলো দিশকেই জলাশয় কৰে আৰু শেষত এই চহৰ মানুহে ত্যাগ কৰে।



জাভাদ্বীপ ৯ম শতাব্দীত শৈলেন্দ্ৰ ৰাজ্যৰ পৰা ওলাই আহিল। ইন্দুনেচীয়া ১১শ শতাব্দীলৈকে শৈলেন্দ্ৰ ৰাজ্যৰ অধীনত থাকিল। এই সময়তেই দক্ষিণ ভাৰতৰ চোলাৰাজ্যৰ লগত এওঁলোকৰ যুজ হয়। ৫০ পঞ্চাশ বছৰ ধৰি চোলাৰাজ্যই ইন্দুনেচীয়া ৰাজ্যৰ ওপৰত প্ৰভূত্ব বিস্তাৰ কৰে। ইন্দুনেচীয়া চোলা ৰাজ্যই এৰি অহাৰ পৰা প্ৰায় ৩০০ বছৰ স্বাধীন হৈ থাকে। ইতিমধ্যে জাভা আৰু শ্যাম দেশ শক্তিশালী হয়। চৈধ্যশ শতাব্দীৰ দ্বিতীয় ভাগত জাভাই সম্পূৰ্ণৰূপে শ্ৰীবিজয় বা শৈলেন্দ্ৰ ৰাজ্য দখল কৰে। জাভাবাসী সকল ব্ৰাহ্মণি ধৰ্ম্মৰ অনুগামী। শৈলেন্দ্ৰ ৰাজ্যই বৌদ্ধধৰ্ম্ম পালন কৰিছিল। ধৰ্ম্ম পন্থাৰ অমিলৰ কাৰণেই জাভাই শৈলেন্দ্ৰৰাজ্যৰ ৰাজনৈতিক গ্ৰাসৰপৰা ৰক্ষা পাবলৈ যত্ন কৰি আহিছে। জাভাৰ আধা অংশ শৈলেন্দ্ৰ ৰাজ্যৰ অধীনত আছিল।

জাভাবাসী শিল্পবিদ্যাত বৰ পাৰ্গত। তেওঁলোকে সাগৰে সাগৰে বেহা বেপাৰ কৰে। ডাঙৰ ডাঙৰ অট্টালিকাত শিলৰ গাঠনি দি বৰ ভাল পাইছিল। এই ৰাজ্যক সিংহেশ্বৰী ৰাজ্যও বুলিছিল।

১২৯২ চনত “মজাপাহীত” এখন নতুন চহৰ পাতে। ইয়াৰ পৰাই মজাপাহীত ৰাজ্য স্থাপন হয়। শ্ৰীবিজয়ে এই ৰাজ্য আৰু দক্ষিণ পূব এচিয়াত দখল কৰে। কুবলাই খাঁনে কেইজনমান চীনা যাত্ৰীক মজাপাহীলৈ পঠাইছিল। ইয়াতে এই চীনাযাত্ৰী কেইজনক অপমান কৰে। তাৰ ফলস্বৰূপে চীনাসৈন্যদলে কুবলাই খাঁক শাস্তি দিয়ে। জাভাবাসী সকলে চীনৰ পৰাই অনুমান বন্দুক বাৰুদৰ ব্যৱহাৰ শিকিলে। এনেভাবে শক্তিশালী হৈ শৈলেন্দ্ৰৰাজ্য দখল কৰে।

মজাপাহী সাম্ৰাজ্য বহুদূৰ ব্যাপি আছিল। মজাপাহী ৰাজ্যই

কৰকাতল লগোৱাত ; ব্যৱসায়, বাণিজ্য ও উপনিবেশ স্থাপন কৰাত বিশেষ চকু দিছিল। সেই কাৰণেই এই ৰাজ্য উন্নত হল !

মজাপাহী ৰাজ্যই চৰকাৰী বিভাগ নিয়োগ কৰি বেহা বেপাৰ বাণিজ্যত বিশেষ নজৰ দিলে। উপনিবেশ সুচাৰুৰূপে চলাবৰ কাৰণে সুকীয়া বিভাগ, জনস্বাস্থ্য আৰু যুদ্ধ বিগ্ৰহৰ কাৰণে সৈন্য সামন্তৰ আদি বিভাগ খুলিলে। সুবিচাৰৰ কাৰণে কেইবাজনো বিচাৰ-পতিকলৈ এখন উচ্চ বিচৰালয় স্থাপন কৰিলে। এনে শৃঙ্খলাভাবে এই ৰাজ্য কেনেকৈ গঢ়ি উঠিল ই সচাকৈয়েই বৰ আচৰিত কথা। ভাৰত আৰু চীনৰ লগত বাণিজ্যৰ আদান প্ৰদানেই হল মজাপাহীৰ ৰাজ্যৰ প্ৰধান কাম। ৰাণী "সুহীতা" এই ৰাজ্যৰ প্ৰধান ও সুবিখ্যাত শাসনকৰ্ত্তী। মজাপাহী আৰু শ্ৰীবিজয়ৰ মাজত বৰ নিষ্ঠুৰভাবে সংগ্ৰাম চলিল। এই সংগ্ৰামত শ্ৰীবিজয় জয়ী হল। এই জয়ে যুদ্ধৰ বীজানু মাৰিব নোৱাৰিলে। শৈলেন্দ্ৰ বংশৰ ধ্বংশৰ পৰাই মাল্লকা আৰু সুমাত্ৰাত আৰব মুছলমান সকলৰ মিত্ৰ শক্তি মূৰ দাঙ্গি উঠিল। দক্ষিণ ভাৰতে দখল কৰি থকা পূব সাগৰৰ ভাৰতীয় উপনিবেশবোৰ আৰবৰ দখললৈ গল। আৰব সকলে মাল্লকাক বেহা বেপাৰৰ কেন্দ্ৰ-স্থল পাতিলে। ইয়াৰ আশে পাশে থকা মালয় প্ৰণালী আৰু সাগৰৰ দ্বীপ সমূহত মুছলমান ধৰ্ম্ম বিয়পি পৰিল। ১৫০০ শতাব্দীত মজা-পাহীক মুছলমান শক্তিয়ে অতি নগন্য ৰাজ্যত পৰিণত কৰিলে।

১৫১১ চনত আল-বু-কুৰাকৰ তলত পৰ্ত্তুগীজ সৈন্য আহি মাল্লকা দখল কৰে নতুন সাগৰৰ শক্তিলৈ সুদূৰ ইউৰোপ দূৰ পূব প্ৰান্তত আহি উপস্থিত হল ভাৰতত প্ৰাচ্যৰ স্থায়ী উপনিবেশ স্থাপন কৰাৰ উদ্দেশ্যে।

---

## দূৰ সুদূৰত ভাৰতৰ কৃষ্টিয়ে পেলোৱা প্ৰভাৱ

ভাৰতীয় আদৰ্শ, ভাষা সাহিত্য, কৃষ্টি, সভ্যতা, শিল্প বাণিজ্য আৰু শাসনৰ পদ্ধতি আমি আগতে উন্নুকীয়াই আহিছো। ভাৰত একে ঠাইতে থিয় হৈ থকা নায়। সাগৰ, মহাসাগৰ, পাহাৰ পৰ্ব্বতৰ পৰাও ফালৰি কাতি থকা নায়। ভাৰতৰ মানুহে দুৰাগম্য অতি উচ্চ পাহাৰো অতিক্ৰম কৰিছে। ভয়াবহ সাগৰ মহাসাগৰতো বেহা বেপাৰ বাণিজ্য লৈ ওপঙি ফুৰিছে। এনেভাবেই ভাৰতে মহাভাৰত তৈয়াৰ কৰে। ভাৰতীয় সভ্যতা ও শিল্পৰে মালয়চীয়ান্ ৰাজ্য জক্‌মকাই উঠিল।

"এম্ গ্ৰোচেটে" লিখিছে—"চীন, জাপান, ইন্দুনেচীয়া, মালয়, তিবেবতৰ ওখ শূন্যোদানত, মঙ্গোলীয়া, ইৰাণৰ ওখ মালভূমিত, ইন্দোচীন, মনখেমেৰাট আৰু ছিৰিন্দ্ৰীয়াৰ ওৰেচিচত ভাৰতৰ উন্নত শিল্প, ধৰ্ম্ম, সাহিত্য আৰু সভ্যতাই মচিব নোৱাৰা মোহৰ মাৰি গৈছে।"

ভাৰতীয় সভ্যতা দক্ষিণ পূব এচিয়াৰ পৰাই উদ্ভব হৈছে। চম্পা, আঙ্কুৰা, শ্ৰীবিজয়, মজাপাহী আৰু অন্যান্য ঠাইত সংস্কৃত শিক্ষাৰ কেন্দ্ৰ স্থাপন হল। এই সকলো বিলাক ৰাজ্য শুদ্ধ ভাৰতীয় কৃষ্টি ও সংস্কৃতিৰে গঢ়া। উৎসব আদিও ভাৰতীয় নিদৰ্শনৰ। ভাষা সংস্কৃত। ৰাজ কৰ্ম্মচাৰী সকলে পূৰণি সংস্কৃতৰ উপাধি ধাৰণ কৰিছে। আজিলৈকে এই উপাধি চলিয়েই আছে। এই উপাধি থাইলেও আৰু মুছলমান ৰাজ্য মালয়াতো চলি আছে। ইন্দোনেচিয়াৰ পৌৰাণিক কাহিনী ভাৰতৰ পুৰণি সাধু কথাৰহে উপাখ্যান। জাভা আৰু বালী দ্বাপৰ নৃত্য শিল্প ভাবতৰহে। সৰু বালী দ্বীপে আজিলৈকে হিন্দু ধৰ্ম্ম আৰু ভাৰতীয় শিল্প ৰক্ষা কৰি আছে।

লিখাৰ শিল্প প্ৰণালী ফিলিপাইনে ভাৰতৰ পৰাই পাইছে। কম্বদ্বীয়াৰ ভাষাৰ আখৰ বিলাক দক্ষিণ ভাৰতৰ পৰা অনুকৰণ

কৰিছে। এই ভাষাত বহু সংস্কৃত শব্দ সাল সলনি কৰি ব্যৱহাৰ কৰিছে। সামাজিক আইন প্ৰণালী, দণ্ডনীয় আইন বিধি পৌৰাণিক ভাৰতীয়ৰ আইন ৰচোঁতা "মনুৰ" নিয়মত বন্ধা। বৰ্ত্তমানৰ কম্বুদ্বীয়াৰ আইন প্ৰণয়ণ বৌদ্ধধৰ্ম্মৰ প্ৰভাবানুযায়ী সালসলনি কৰা হৈছে।

বুৰুবুডুৰত বুদ্ধদেৱৰ সম্পূৰ্ণ জীৱনী শিলত লিখি ৰখা হৈছে। আন আন ঠাইত বিষ্ণু, ৰাম আৰু কৃষ্ণৰ পৌৰাণিক উপাখ্যান পোৱা গৈছে। অঙ্কুৰাৰ শিল কাৰুকাৰ্য্য মনোমোহা শিল্প ও কল্পনাই, মানুহৰ যে অসীম ক্ষমতা তাৰে পৰিচয় দিছে। এনে শিল্প চীন দেশত পোৱা নাযায়।

"ভাট মন্দিৰৰ" চাৰিওকাষে বিস্তৃত হৈ অঙ্কুৰাৰ ভগ্নাংশশেষ পৰি আছে। ইয়াৰ ওপৰত মানুহে এতিয়া হ্ৰদ, বিল, খাল, আৰু দলং সাজিছে। বিৰাট বিৰাট মুৰ্ত্তিৰে ধুনীয়া ধুনীয়া গেইট, বিৰাট বিৰাট লাও খোলাৰে মানুহৰ মুৰ্ত্তি, ভয় লগা কাল্পনিক হাঁহিৰে মানুহৰ মুৰ্ত্তি সাজি দৰ্শকক স্তম্ভিত কৰিছে। ইয়াকেই মানুহে "অঙ্কুৰাৰ হাঁহি" বোলে। এই গেইটেদি সোমাই গলেই মন্দিৰ পায়। কম্বুদ্বীয়া ৰজা ৭ম জয়বৰ্ম্মণে এই মুৰ্ত্তি সজাইছিল। জয়বৰ্ম্মণ নাম ভাৰতীয় নামানুযায়ী।

লাহে লাহে ভাৰতে নতুন আদৰ্শ নতুন প্ৰেৰণা হেৰুৱাই আহিল। উচ্চ মন আৰু বুদ্ধিৰ উৎকৰ্ষ সাধন আগৰ দৰে নোহোৱা হ'ল। উচ্চ আৰু মনৰ বিনিময়ত আনৰ লগত মিলন হোৱাত হেঙ্গাৰ পৰিল। উচ্চ আদৰ্শ আৰু উচ্চ মনৰ চিন্তা ধাৰাত যেতিয়া ভাৰতবাসী আছিল তেতিয়া নিজে নজনা পিচ পৰা বিষয় বস্তু আনৰ পৰা গ্ৰহণ কৰি নিতৌ নতুন প্ৰেৰণাৰে আগুৱাই আহিছিল। কিন্তু যিমানেই আনৰ পৰা আতৰি ৰ'ল সিমানেই নিজৰ প্ৰভাব ও দক্ষতা হেৰুৱাই পেলালে। শেষত ভাৰতে নিজকে নিজেই বুজিব ও চিনিব নোৱাৰা হল।

ইউৰোপৰ ফ্ৰান্স আৰু ডাটচ্ ভূ-তত্ত্বজ্ঞ পণ্ডিত সকলৰ অশেষ চেষ্টাৰ ফলত জাভা, অঙ্কুৰা আৰু অন্যান্য ঠাইত অতীত ভাৰত সাম্ৰাজ্যৰ পৌৰাণিক ধ্বংশৰ ভগ্নাংশ শেষ খান্দি ওলিওৱা হয়। ডাঙ্গৰ ডাঙ্গৰ নগৰ চহৰ, প্ৰকাণ্ড অট্টালিকাৰ ধ্বংশাৱশেষ এতিয়াও মাটিৰ তলত



জাহ গৈ আছে। নতুন ৰাস্তা তৈয়াৰ কৰোতে মালয়ত বহু পৌৰাণিক শিল্প নষ্ট কৰা হৈছে।

বিশ্বকবি ৰবিন্দ্ৰনাথ ঠাকুৰ শান্তিনিকেতনলৈ অহা এজন বিদেশৰ ছাত্ৰক মই লগ পাইছিলো কেইবছৰমানৰ আগতে। তেওঁ লিখিছে "মোৰ আজু আইৰ মহান পবিত্ৰ ঠাই আৰ্য্যাবৰ্ত্তলৈ আহিবলৈ সুযোগ পাই নিজকে নিজে সৌভাগ্যবান বুলি বিবেচনা কৰিছো। মোৰ আই এই আজু আইৰ দ্বাৰাই লালিত পালিত। কৃষ্টি ধৰ্ম্ম শিল্প সভ্যতাৰে আজু আইৰ মৰমৰ বাহু বন্ধনত মোৰ আই গঢ়ি উঠিছে।

ভাৰতে পাৰস্যৰ পৰা চীনা সাগৰলৈকে বৰফে ঢকা চাইবেৰীয়া খণ্ডৰ পৰা জাভা বৰ্ণিও আৰু ওচেনীয়াৰ পৰা চক্ৰালৈকে নিজৰ শিল্প সভ্যতা ও ধৰ্ম্মৰ বিশ্বাস আদি পৌৰাণিক সাধু কথাৰ জন্ম দিছে। ভাৰতে যে মানবজাতিৰ সকলো ৰাষ্ট্ৰ সমূহৰ ভিতৰতেই উচ্চ স্থান লাভ কৰিছে তাক কোনেও নুই কৰিব নোৱাৰে।

অতীত ভাৰতৰ কৃষ্টি সভ্যতা আৰু সংস্কৃতি আন দেশত পৰি নিখুত ভাবে গঢ় লয়। দুৰ্ভাগ্যক্ৰমে উত্তৰ ভাৰতৰ বহু স্মৃতি আৰু ভাস্কৰ বিদ্যা সময়ৰ সোঁতে উটাই নিলে। ভাৰতৰ শিল্প আংশিকৰূপেহে ভাৰতত পোৱা যায়। সম্পূৰ্ণ জানিবলৈ হলে বৌদ্ধধৰ্ম্ম বিস্তাৰিত হোৱা টাই, মধ্য এচিয়া, চীন, জাপান, তিব্বত, ব্ৰহ্মদেশ, শ্যামদেশ, কম্বুদ্বীয়া, জাভা আদিলৈ যাব লাগিব।

ভাৰতীয় শিল্প আৰু সভ্যতাত ভাৰতীয় ধৰ্ম্ম আৰু দৰ্শন গভীৰভাবে নিহিত আছে। সঙ্গীত আৰু সংস্কৃতিত পূবৰ মানুহৰ লগত পশ্চিমীয়া মানুহৰ অমিল আছে। আগৰ পশ্চিমীয়া শিল্পীয়ে পূবৰ শিল্পীক কলা বিদ্যাত উচ্চ স্থান দিছিল। প্ৰাকৃতিক সৌন্দৰ্য্যই ভাৰতীয় কলাৰো মানদণ্ড আছিল। গ্ৰীকৰ মানুহেও প্ৰাকৃতিক সৌন্দৰ্য্যক ভাল পাইছিল। প্ৰাকৃতিক সৌন্দৰ্য্যই আনন্দ আৰু সত্য নিৰূপণ কৰিছিল। ভাৰতীয় সকলে প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজেদিয়েই সৃষ্টিৰ গভীৰতম্ তত্ত্ব বিচাৰিছিল।

ইউৰোপৰ শিল্পীসকলক গ্ৰীকৰ পৌৰাণিক দস্তুৰ মতে শিক্ষা দিছিল। ভাৰতীয় শিল্পক এওঁলোকে গ্ৰীকৰ শিল্পৰ লগত মিলাই চাইছিল। ইউৰোপ মহাদেশৰ ধাৰণা যে গ্ৰীক সকলৰ শিল্প আৰু ভাৰতীয় শিল্পৰ একে মিল।

ইংৰাজী লিখক Mr. Oswarth Chitwellএ তেওঁৰ এচ্‌কেইপ উইথ মি (Escape with Me) গ্ৰন্থ খনিত ভাৰতৰ কলাকৃষ্টি আৰু শিল্প বিত্তাৰ বিষয়ে লিখিছে। ইংৰাজী লিখক সকলৰ ভিতৰত "লৰেঞ্চ," বনীয়ান আৰু ই বি, হাভেলে ভাৰতীয় কলা কৃষ্টিক উচ্চ স্থান দিছে। ভাৰতীয় কলা কৃষ্টি শিল্পত হাভেল মুগ্ধ। তেওঁৰ মতে কোনো জাতিৰ শিল্প কলাই হে জাতিৰ অন্তৰৰ মূল চিন্তাধাৰাক ফুটাই তোলে। ভাৰতীয় শিল্প আৰু কলা কৃষ্টি সৰ্ব্বসাধাৰণে বুজিব পৰাকৈ ধৰ্ম্ম আৰু দৰ্শনৰ ভিত্তিত গঢ়া। সেই কাৰণেই হিন্দু ধৰ্ম্মৰ শিল্প আৰু কলা কৃষ্টিয়ে সম্পূৰ্ণতা লাভ কৰিছে।

পশ্চিমীয়া বহুলোকে ভাৰতীয় খেতিয়ক সকলক অশিক্ষিত বুলি ভাবে। যদিও এওঁলোক অশিক্ষিত তথাপি এওঁলোকৰ অন্তৰৰ ভাবভঙ্গী পৃথিবীৰ আন ঠাইৰ অশিক্ষিত লোকতকৈ বহু উচ্চ খাপৰ।

সংস্কৃত কবিতাৰ ছন্দই ভাৰতীয় সঙ্গীত আৰু সংস্কৃতিয়ে শিল্পীক প্ৰকৃতিৰ সকলো অৱস্থাৰ লগতেই মিলাই দিছে। সঙ্গীত আৰু কলা কৃষ্টিয়ে মানুহক প্ৰকৃতি আৰু বিশ্বব্ৰহ্মাণ্ডৰ লগত একে সুৰতে প্ৰকাশ কৰে। এচিয়া মহাদেশৰ শিল্পী সকলৰ ইয়েই মূলমন্ত্ৰ।

ভাৰতীয় সঙ্গীত ইউৰোপীয় সঙ্গীততকৈ বহু পৃথক। ভাৰতীয় সঙ্গীতে বহু উৎকৰ্ষ সাধন কৰিছে। চীন আৰু সুদূৰ পূবৰ ওপৰত ইয়াৰ প্ৰভাব পৰা নায়। পাৰস্য আফ্‌গানিস্থান আৰব, তুৰ্কীস্থান উত্তৰ আফ্ৰিকা আদিত ভাৰতীয় সঙ্গীতৰ প্ৰভাব পৰিছে। ভাৰতীয় আদি কলা আৰু শিল্প প্ৰাকৃতিক প্ৰভাব অনুযায়ী চীনৰ পৰা পোৱা। গুপ্তৰাজ্যৰ দিনত ৪ৰ্থ শতাব্দীৰ পৰা ৬ষ্ঠ শতাব্দীলৈকে ভাৰতক "সোণালী যুগ" বুলিছিল। এই যুগতেই অজন্তা গুহাৰ কেচামাটিত



সজা পকীঘৰৰ নক্সা খান্দি উলিওৱা হয়। বাঘ আৰু বাদামীও এই সময়ৰে। অজন্তা কলাই আমাৰ বৰ্ত্তমানৰ শিল্পী সকলৰ ওপৰত বঢ়িয়াকৈ প্ৰভাব পেলাইছে।

অজন্তাৰ কলাই শিল্পীক সপোনৰ ৰাজ্যলৈ লৈ গৈছে। কেঁচা মাটিৰ পকীঘৰৰ নক্সা বৌদ্ধ সন্যাসী সকলে সজা। ৰমণীৰ পৰা এই বৌদ্ধ সন্যাসী সকল বহু দূৰত আছিল। ৰমণীক এওঁলোকে ভীষণ ভয় কৰিছিল। ৰমণীক ভীষণ অন্যায়কাৰী বুলি ভাবিছিল। বহুদিনৰ আগেয়ে শিক্ষাগুৰু সকলে এওঁলোকক এই কথা কৈ গৈছে। বৰ্ত্তমান আমি আমাৰ মাজত ধুনীয়া ধুনীয়া ৰূপহী গাভৰু, গায়িকা, নৰ্ত্তকী ৰাজকুঁৱৰী আদি লৈ শোভাযাত্ৰা কৰি আনন্দত মতলীয়া। অজন্তাৰ মাইকী মানুহ বিখ্যাত আছিল। মূৰ্ত্তি পূজাৰ বিৰুদ্ধে "বেদ" থিয় দিছিল। বৌদ্ধ ধৰ্ম্মৰ বহু বছৰৰ পাচতহে বুদ্ধদেৱৰ মূৰ্ত্তিত ভাস্কৰ শিল্পৰে ৰং চৰোৱা হয়। মথুৰাৰ মিউজিয়মত এটা প্ৰকাণ্ড শিলত পৰাক্ৰমী "বুদ্ধিশ্বতুৰাৰ" সম্পুৰ্ণ মূৰ্ত্তি সজা আছে। এই মূৰ্ত্তি কুশান ৰজা সকলৰ দিনৰ প্ৰায় খৃষ্টীয় শকৰ আৰম্ভনিৰ।

৭০০ শতাব্দীৰ পৰা ৮০০ শতাব্দীত বৃহৎ ইলোৰা গুহা খান্দি উলিওৱা হয়। এই গুহা শুদ্ধ পাথৰৰ। ভয়ঙ্কৰ কৈলাশ মন্দিৰ এই শুদ্ধ পাথৰৰ মাজত অৱস্থিত। এই মূৰ্ত্তি মানুহে কেনেকৈ কল্পনা কৰি গঢ়িলে জনাটো বৰ দুসাধ্য।

কৌশলেৰে কটা "এলিফেন্টা গুহাৰ" "ত্ৰিমূৰ্ত্তি" সেই একে সময়ৰে। দক্ষিণ ভাৰতৰ "মামলাপুৰমৰ" স্মৃতিলিপিও সেই একে সময়ৰে।

"এলিফেন্টা গুহাত" "নটৰাজ" শিবৰ মূৰ্ত্তি নৃত্য অৱস্থাত ভগ্নপ্ৰাপ্ত হৈ আছে। হাভেলৰ মতে শক্তিশালী মগজেহে এনে অনুভূতিৰ চিনাকী দিয়ে। প্ৰকাণ্ড শিলডোখৰ নৃত্য ছন্দৰ লহৰত লৰি থকা যেন দেখা যায়। মুখ মণ্ডলৰ বৃহৎ মূৰ্ত্তিৰ গাম্ভীৰ্য্যতা প্ৰকাশ কৰিছে। শান্ত প্ৰকৃতিৰ সেই মুখমণ্ডলে বুদ্ধদেৱৰ মুখমণ্ডলকে প্ৰকাশ কৰে।

বৃটিশ মিউজিয়মত আন এটা শিৱ নটৰাজ্যৰ মূৰ্ত্তি আছে। ইপ্‌-ষ্টেইনে লিখিছে "শিৱৰ নৃত্যই পৃথিৱী সৃজন কৰিছে ও সংহাৰো কৰিছে। এওঁৰ বিশাল সুৰৰ ছন্দৰ লহৰে মহাকালক গ্ৰাস কৰিছে। শিৱৰ বিৰামহীন অনুগমনেই বিশাল সৃষ্টিৰ শক্তিশালী যাদুমন্ত্ৰ"। শিৱৰ নৃত্য প্ৰলয়ৰ নাচোন বুলিহে এদল লিখকে কয়।

জাভা দ্বীপৰ বুকুবুডুৰ পৰা কুপেনহেগেনৰ গ্লীপটোকলৈ বুদ্ধ শ্বতুৰাৰ এটা মূৰ্ত্তি নিয়া হৈছে। দেখাত এই মূৰ্ত্তি বৰ সুন্দৰ। হাভেলে মন্তব্য কৰে যে নিৰ্ম্মল পানীৰ নিচিনাকৈ এই মুখ মণ্ডলত বুদ্ধশ্বতুৰাৰ পৱিত্ৰ আত্মাই অন্তৰৰ গভীৰ অনুভূতি প্ৰকাশ কৰিছে। এই মুখ মণ্ডলেই বিশ্বব্ৰহ্মাণ্ডৰ মহান সৃষ্টিৰ গভীৰতাক নিৰ্ণয় কৰে। সুনীল আকাশত মহা নিস্তব্ধতাই মেঘমুক্ত হৈ মানুহৰ দৃষ্টি গোচৰৰ পৰা বহু দূৰৈত থাকি আনন্দত মগ্ন।

জাভাত ভাৰতীয় শিল্প বিদ্যাই ভাৰততকৈ বেলেগ ৰূপ ধাৰণ কৰিছে। ইণ্ডজাভানীজৰ শিল্প বিদ্যাত মানুহৰ তৃপ্তি আৰু আনন্দৰ প্ৰকাশ পাইছে। যুদ্ধ বিগ্ৰহৰ ঘাট-প্ৰতিঘাটৰ পৰা যেন এৰাই-শান্তি পাইছে।

---

## বিদেশত ভাৰতৰ বানিজ্য

খৃষ্টীয়ান শকৰ প্ৰথম ১০০ বছৰত ভাৰতৰ বানিজ্য বহুদূৰ বিয়পি পৰিল। ভাৰতৰ বণিকে বিদেশৰ বজাৰ হস্তগত কৰে। ভাৰতৰ বানিজ্যই পূব সাগৰ দখল কৰি ভূমধ্য সাগৰলৈকে প্ৰসাৰিত হয়। জলকীয়া বা মছলা ভাৰতৰ পৰা পশ্চিমলৈ গল। কথিত আছে "এলাৰিক্ গোঠে" তিনি হাজাৰ পাউণ্ড জলকীয়া ভাৰতৰ পৰা ৰোমলৈ নিয়ে। ৰোমান লিখক সকলে দুখেৰে বিলাপ কৰি কয় ৰোমৰ সোনৰ নদী ভাৰত আৰু পূবলৈ বৈ গল। জলকীয়া ও মা মছলাৰ বিনিময়ত ৰোমৰ-পৰা ভাৰতে বিলাসিতাৰ বস্তু আৰু সুখাদ্য পালে।



ভাৰতৰ মাটি সাৰুৱা। ইয়াত বহু বস্তু উৎপন্ন হৈছিল। সাগৰৰ পথ বানিজ্যৰ কাৰণে মুকলি হল। ভাৰতে কাপোৰ উৎপাদন কৰিছিল। চিল্কৰ কাপোৰো ভাৰতে তৈয়াৰ কৰিছিল কিন্তু চীন দেশতকৈ পাচত। খৃঃ পূঃ ৪ৰ্থ শতাব্দীৰ পৰাই এই ব্যৱসায় চলি আহিছে। কপোৰত ৰং কৰা শিল্প বিদ্যাও ভাৰতে শিকিছিল। নীলা ৰং ভাৰতে গ্ৰীচ-দেশৰ পৰা আহৰণ কৰে। খৃষ্টীয় শকৰ আগভাগৰ পৰাই ৰসায়ণ বিদ্যাত ভাৰত বহু উন্নত আছিল। নাগৰ্জ্জুনেই আছিল ভাৰতৰ বিখ্যাত ৰসায়নিক ও ধাতু নিৰ্ম্মানকাৰী। লোহা গলোৱা নিয়ম ভাৰতে বহু আগতেই জানিছে। ভাৰতৰ লোহাৰ মূল্য বিদেশত যথেষ্ট আছিল। যুদ্ধৰ কামত লোহাৰ বিশেষকৈ ব্যৱহাৰ হৈছিল। আন আন ধাতুৰ ব্যৱহাৰ জানিছিল আৰু ঔষধৰ লগতো মিহলাইছিল। মদো তৈয়াৰ কৰিছিল। লোহা তপতাই গুৰি কৰা কামো ভাৰতে জানিছিল। ঔষধ আৰু চিকিৎসাৰ বিজ্ঞানে ভাৰতত ভালকৈ উন্নতি সাধন কৰে। মৰা শ কতা চিঙা, শৰীৰৰ জ্ঞান আৰু তেজঃক্ৰিয়া বিদ্যা ভাৰতে শিকিছিল। জ্যোতিষ শাস্ত্ৰ, গ্ৰহ নক্ষত্ৰৰ বিষয় অধ্যয়ন ভাৰতৰ বিশ্ববিদ্যালয়ৰ পাঠ্য আছিল। ভাৰতে নিৰ্ভুল ভাবে পঞ্জিকাও তৈয়াৰ কৰিছিল। চন্দ্ৰৰ গতিও নিৰ্ণয় কৰিছিল। ব্ৰাহ্মণ আৰু যজমান পুৰুহিতসকলে এই পঞ্জিকা অনুযায়ী সময় উপযোগী উৎসৱ আদিও ঠাৰৰ কৰিছিল। ইয়াৰ সহায়তেই চন্দ্ৰ আৰু সূৰ্য্য গ্ৰহণৰ সঠিক দিন ও সময় নিৰ্ণয় কৰিছিল।

ব্ৰাহ্মণ পুৰুহিতসকলে এনেদৰে সৰ্ব্বসাধাৰণৰ মন আকৰ্ষণ কৰি কিছুমান অন্ধ বিশ্বাসৰে মানুহক জব্দ কৰি নিজৰ স্বাৰ্থ সিদ্ধি কৰিবলৈ সুযোগ ললে।

সাগৰত যাওতে গ্ৰহনক্ষত্ৰই মানুহৰ বহু উপকাৰ সাধিছিল। অতীত ভাৰতৰ লোক সকলে এই গ্ৰহনক্ষত্ৰৰ জ্ঞানত নিশ্চয় গৌৰব অনুভৱ কৰিব পাৰে। আৰব দেশৰ নক্ষত্ৰ শাস্ত্ৰৰ জ্ঞানতো এওঁলোকে সম্বন্ধ ৰাখিছিল।

সেই সময়ত যন্ত্র মেৰামতিৰ কামত ভাৰত কিমান দূৰ অগ্ৰসৰ হৈছিল বুজা টান। সাগৰত চলাচল কৰা জাহাজৰ যে কাৰখানা আছিল তাত কোনো সন্দেহ নায়। এইটো সঠিক ভাবে বুজিব পাৰি যে ভাৰত ৰসায়ন আৰু ধাতুৰ শিল্প জ্ঞানত আন কোনো দেশতকৈ পিচ পৰা নাছিল। সেই-কাৰণে ভাৰতে শতাব্দী জুৰি দূৰ সুদূৰৰ বেহা বেপাৰ দখল কৰিছিল।

মৌলিক চিন্তা আৰু উচ্চ মেধাশক্তিৰে ভাৰতীয় গণিত শাস্ত্ৰজ্ঞক কোনেও চেৰ পেলাব পৰা নায়। প্ৰথমে ইউৰোপে আৰবৰ পৰা বীজগণিত আৰু অঙ্ক লাভ কৰে। আৰবেও পহিলাতে এই জ্ঞান লাভ কৰে ভাৰতৰ পৰা। বাগদাদে পশ্চিমীয়া দেশ সমূহলৈ এই জ্ঞান বিস্তাৰিত কৰে। শূন্য ধৰি দহলৈকে গননা কৰাৰ প্ৰণালী ভাৰতেই আবিস্কাৰ কৰে। সংখ্যা গননাত এই প্ৰণালীয়ে সকলোকে ব্যাপি আছে।

১৫০ বছৰৰ আগেয়ে নেপোলিয়ন বুনাপাৰ্টিৰ সময়ত "লা প্লেচে" লিখিছিল "ভাৰতেহে আমাক দহলৈকে গননা কৰাৰ কলকৌশল শিকালে। প্ৰত্যেক সংখ্যাৰেই এটা মূল্য আছে। এই আবিস্কাৰ সচাকৈয়েই এক মহৎ আবিস্কাৰ।

জ্যোতিষি গননা, গণিত আৰু বীজগণিত ভাৰতত বহু দিনৰ আগতেই আবিস্কাৰ হয়। বৈদিক মন্ত্ৰত কিছুমান জেমিত্ৰিৰ ৰেখা আঁকা হৈছিল। হিন্দুসকলৰ উৎসব আদিত জ্যামিত্ৰিৰ কিছুমান চিত্ৰ আঁকা হয়। গ্ৰীক্ আৰু এলেক্জেন্দ্ৰিয়াই জ্যামিত্ৰিত ভাৰতত অগ্ৰস্থান অধিকাৰ কৰিছিল। ভাৰতে বীজগণিত আৰু অঙ্কত সকলোৰে অগ্ৰাধিকাৰ লাভ কৰিছিল।

দশমিকৰ স্থান আৰু শূন্যৰ স্থান কোনে উলিয়ালে এই কথা জনা নাযায়। ২০০ খৃঃ পূৰ্ব্বত শূন্যৰ আবিস্কাৰ হয় বুলি অনুমান কৰে। খৃষ্টীয়ান শকৰ আৰম্ভনিৰ লগে লগে দশমিকৰ স্থান আবিস্কাৰ হয়।



"শূন্য" বা "একো নাই" ই আগতে এটা বিন্দু আছিল। তাৰ পাচত ঘূৰনীয়া চাৰ্কোলৰ নিচিনা হৈ শূন্য হয়।

"ডেনজীগে" তেওঁৰ গণনা শাস্ত্ৰস্ত লিখিছে "পাঁচ হাজাৰ বছৰত বহু সভ্যতাৰ উত্থান পতন হল। প্ৰত্যেক সভ্যতাই নিজ নিজ কৃষ্টি সভ্যতা, সাহিত্য, শিল্প, দৰ্শন আৰু ধৰ্ম্ম এৰি গৈছে। গণনা বিষয়ত এই সভ্যতাই কি উপায় উদ্ভাবন কৰি গল তাৰ উত্তৰ তেওঁ বিচাৰি পোৱা নায়। গ্ৰীচ গণিতজ্ঞৰ বিজ্ঞানেও এই বিষয়ে একো উল্লেখ কৰা নায়।

অতীতৰ সংস্কৃত কিতাপত গণনাৰ বিষয়ে উল্লেখ আছে। বীজ গণিতৰ বিষয়ে বিখ্যাত জ্যোতিষি "আৰ্য্যভট্টই" লিখিছিল। আৰ্য্যভট্টৰ জন্ম হয় ৪৭৬ খৃঃ ত। তেওঁৰ বয়স তেতিয়া ২৩ বছৰ। সেই সময়তে তেওঁ অঙ্ক আৰু জ্যোতিষি শাস্ত্ৰৰ বিষয়ে লিখে।

ভাৰতৰ দ্বিতীয় জন বিখ্যাত লিখক হল ভাস্কৰ। এওঁৰ জন্ম ৫২২ খৃঃ ত। এওঁৰ-পাচত ব্ৰহ্মগুপ্তই ৬২৮ খৃঃ ত জ্যোতিষি শাস্ত্ৰ আৰু অঙ্ক শাস্ত্ৰৰ বিষয়ে লিখে। শূন্যৰ বিষয়েও এওঁ উল্লেখ কৰিছে। ইয়াৰ পাচত ক্ৰমান্বয়ে দ্বিতীয় ভাস্কৰে ১১৪ খৃঃ ত জ্যোতিষি শাস্ত্ৰ, বীজ গণিত আৰু গণিতৰ বিষয়ে লিখে। এওঁৰ কিতাপ খনৰ নাম "লীলাৱতী"। লীলাৱতীয়ে এই সকলো বিলাক বৰ্ণনা কৰিছে। কিতাপ খনক এজনী গভাৰু ছোৱালী বুলি লীলাৱতী নাম দিছে। লীলাৱতী দ্বিতীয় ভাস্কৰৰ জীয়েক। সৰু সৰু লৰা ছোৱালীয়ে সহজে বুজিব পৰাকৈ এই কিতাপখন লিখিছে।

অষ্টাদশ শতিকাত খলিফা আলমঞ্চুৰৰ ৰাজত্ব কালত (৭৫৩-৭৭৪) খৃঃ লৈ কিছুমান ভাৰতীয় পণ্ডিত বাগদাদলৈ গৈছিল। তেওঁলোকে লগত গণিত আৰু জ্যোতিষিৰ শাস্ত্ৰ নিয়াৰ উপৰিও আন আন কিতাপ লগত নিছিল। ইয়াৰ উপৰিও আৰ্য্যভট্টই "আৰবিকলৈ" অনুবাদ কৰা কিতাপো আৰব পাইছিল গৈ। আৰবীয় সমাজত এই ভাৰতীয় জ্যোতিষি শাস্ত্ৰ আৰু গণিতশাস্ত্ৰই বিশেষ প্ৰভাব পেলায়।

সেইসময়ত বাগদাদেই আৰবৰ শিক্ষাৰ কেন্দ্ৰস্থল। গ্ৰীক দেশৰ পণ্ডিতে গ্ৰীচৰ বিজ্ঞান দৰ্শন আৰু জ্যোমিত্ৰি আনি ইয়াতেই লগ লাগিছিল।

বাগদাদৰ শিক্ষা মধ্য এচিয়া ব্যাপি স্পেইনলৈকে গোটেই মুছলমান জগতত বিয়পে। আৰবৰ পৰাই গনিত শাস্ত্ৰ ইউৰোপলৈ বাগৰি যায়। স্পেইনৰ মুৰীচ্চ বিশ্ববিদ্যালয়েই ইউৰোপৰ গনিত শাস্ত্ৰৰ লাইখুটা। চিচিলিত ১১৩৪ চনত মুদ্ৰা উলিয়ায়। ইংলণ্ডত ১৪৯০ চনত। ইয়াৰ পৰাই অনুমাণ কৰিব পাৰি যে ভাৰতৰ জ্যোতিষি শাস্ত্ৰ আৰু গণিতশাস্ত্ৰ বাগদাদলৈ বিয়পি পৰাৰ আগেয়ে পশ্চিম এচিয়া প্ৰবেশ কৰিছিল।

ইউক্ৰেটীচ নদীৰ পাৰত উদাসীন আশ্ৰমত বসতি কৰা চাইৰীয়ান পণ্ডিত "চিভিৰাচ চেবুখতে ৬৬২ খৃঃত লিখিছে ঃ—"চাইৰীয়ান সকল গ্ৰীক সকলতকৈ কোনো গুনে হেয় নহয়। হিন্দু সকলৰ কথা উল্লেখ নকৰো। এওঁলোক চাইৰীয়ান সকলৰ একে শাৰীৰ নহয়। ভাৰতীয় সকল চতুৰ। এওঁলোকৰ জ্যেতিষি বিজ্ঞানৰ আবিস্কাৰে গ্ৰীক আৰু বেবীলনৰ সকলোকে চেৰ পোলালে।" শ্ৰীনিবাস ৰামানুজৰ অলপতে প্ৰকাশিত গণিত শাস্ত্ৰ ভাৰতৰ এটা অপূৰ্ব্ব সংকলন। ৰামানুজ দক্ষিণাত্যৰ' এটা দুখীয়া ব্ৰাহ্মণ পৰিয়ালত জন্মগ্ৰহন কৰি শিক্ষা লাভৰ সকলো সুযোগৰ পৰা বঞ্চিত হৈ মাদ্ৰাজৰ পোৰ্টট্ৰাষ্টত কেৰাণিৰ কাম কৰে। আজৰি সময়ত সংখ্যাৰ ছন্দেৰে অসাধাৰন বুদ্ধিৰ বলত এওঁ "জলতৰঙ্গ" শিকিছিল। এওঁৰ চউখিন প্ৰণালীৰ জলতৰঙ্গই এজন গণিতজ্ঞৰ মন আকৰ্ষণ কৰে। সেই গনিতজ্ঞই চউখিন সুৰৰ জলতৰঙ্গৰ "নট" গবেষনাৰ কাৰণে ইংলণ্ডৰ কেমব্ৰীজলৈ পথায়। সেই সুৰৰ তৰঙ্গই ইংলণ্ডৰ মানুহৰ মন আকৰ্ষণ কৰাত তেওঁক এটা বৃত্তি দি কেমব্ৰীজ বিশ্ববিদ্যালয়ে লৈ যায়। কেমব্ৰীজত তেওঁ অসাধাৰণ কৃত্তিত্বেৰে সকলোৰে সমাদৰ লভে। ইংলণ্ডৰ ৰাজ পৰিয়ালে এওঁক ইংলণ্ডৰ সকলো মৰ্য্যদা



দান কৰি "ফেল" উপাধিৰে বিভূষিত কৰে। প্ৰফেচাৰ জুলিয়ান হাক্সলীয়ে তেওঁক সেই সময়ৰ সুবিখ্যাত গণিতজ্ঞ বুলি অভিহিত কৰে। ৩৩ বছৰ বয়সত যক্ষা ৰোগত ইংলণ্ডতে তেওঁ মৃত্যুৰ মুখত পৰে। ইংলণ্ডত তেওঁ ২ বছৰ আছিল।

ৰামানুজৰ সংক্ষিপ্ত জীৱন কাহিনী আৰু মৃত্যু কাহিনী ভাৰতীয় ভাবধাৰাৰ এটি জ্বলন্ত উদাহৰণ। ভাৰতীয় সকলৰ জীৱন আৰ্থিক দুৰাৱস্থাৰে পৰিপূৰ্ণ। আৰ্থিক দুৰাৱস্থাৰ কৰাল গ্ৰাসত পৰি-শিক্ষা সাং নৌ হওতেই কেৰাণীৰ কাম বিচাৰি হাবাথুৰি খায়। এনে লক্ষ্য লক্ষ্য ভাৰতীয় ছাত্ৰৰ কোনোজনে যদি এনে ভাবে সুবিধা পায় নিশ্চয় এওঁলোকৰ মাজৰ পৰা সুবিখ্যাত বৈজ্ঞানিক, কাৰিকৰ, শিক্ষাবিদ, শিল্পী, ব্যৱসায়ী ওলাই পৰিব।

---

## ঠন ধৰি মৰহি শুকাই গল

খৃষ্টীয়ান শকৰ প্ৰথম হাজাৰ শকাব্দীৰ কালচোৰাত ভাৰতৰ বহুত উথন পতন হয়। শত্ৰু পক্ষই দেশ আক্ৰমণ কৰে। তেওঁলোকৰ লগত যুদ্ধ বিগ্ৰহ হয়। ভাৰতত অভ্যন্তৰিন বেমেজালিয়ে দেখা দিলে। ইয়াৰ মাজতেই জাতীয়তাবাদৰ তুমুল সংগ্ৰামৰ বুৰবুৰনিয়ে উহ উলিয়াই ভাৰতভূমি, চউদিশ বিৰিঙাই তুলিলে। ভাৰতীয় সভ্যতা, ভাৰতীয় দৰ্শন, সাহিত্য, শিল্প, বিজ্ঞান, গণিত আৰু জ্যোতিষি শাস্ত্ৰৰ প্ৰভাবেৰে ভাৰত জকমকাই উঠিল। ভাৰতৰ বেহা বেপাৰ দূৰ দিগন্ত প্ৰসাৰি ইৰাণ, চীন, মধ্য এচীয়া আৰু পূব সাগৰৰ অন্তহীন দিগন্তলৈকে বিয়পি পৰিল। ভাৰতীয় সভ্যতা শিল্প সৃষ্টি সকলো ভাৰতৰ বাহিৰ হৈ ভাৰতীয় উপনিবেশ সমূহলৈ গল। ৪ৰ্থ আৰু ৬ষ্ঠ শতাব্দীলৈ গুপ্ত সাম্ৰাজ্যই অসাধাৰণ শিল্পবিদ্যা আৰু মেধা শক্তিৰে পৃথিবীক

চমক্ লগালে। এই যুগক ভাৰতৰ "সোনৰ যুগ" বোলে। সংস্কৃত সাহিত্য দূৰ দ্বিগন্ত প্ৰসাৰি সকলোতে উচ্চ স্থান লাভ কৰে।

এই "সোনৰ যুগ" লাহে লাহে ক্ষীন হৈ গল আৰু ভাৰতৰ উত্তৰ পশ্চিম কোনত "বগাহুন" বিলাকে ভূমুকি মাৰি অবিৰাম ভাবে আক্ৰমন চলাই থাকিল। লাহে লাহে এই বগাহুনে আক্ৰমন কৰি কৰি উত্তৰ ভাৰত বিয়পি পৰিল। অৰ্দ্ধ শতাব্দী ধৰি "বগাহুন" বিলাকে উত্তৰ ভাৰত শাসন কৰে। সকলোতকৈ শেহৰ গুপ্তবংশৰ ৰজাই যশোবৰ্ম্মনৰ সৈন্যৰ লগলাগি "বগাহুন" বিলাকক ভাৰতৰ পৰা বহিস্কাৰ কৰে।

যশোবৰ্ম্মন মধ্যভাৰতৰ এজন শাসন কৰ্ত্তা। বহু বছৰ ধৰি হুন বিলাকৰ লগত যুজি যুজি ভাগৰুৱা হল। হুন-বিলাকো লাহে লাহে উত্তৰ ভাৰত বিয়পি পৰিল। এওঁলোকৰ ভিতৰতো মনাসিক পৰিবৰ্ত্তন ঘটিল। ভাৰতীয় সকলৰ লগত হুন-বিলাক মিলি যোৱাত নীতি নিয়মৰো সাল সলনি হল। হুন বিলাকৰ নীতি নিয়ম আচাৰ ব্যৱহাৰ অত্যন্ত নিৰ্ম্মম আৰু জঘন্য আছিল।

৭ম শতাব্দীত হৰ্ষবৰ্দ্ধনৰ শাসনৰ কালচোৰাত ভাৰতৰ ৰাজনৈতিক আৰু সভ্যতাৰ পুনৰ জাগৰণ হয়। শক্তিশালী গুপ্তৰাজ্যৰ ৰাজধানী আছিল উজ্জয়িনী। এই উজ্জয়িনী ভাৰতৰ শিল্প আৰু সভ্যতাৰ আছিল নামজ্বলা কেন্দ্ৰ। লাহে লাহে এই কেন্দ্ৰ সময়ৰ মেৰপাকত মৰহি শুকাই গল।

৯ম শতাব্দীত গুজৰাটৰ "মিহিৰভোজে" উত্তৰ আৰু মধ্য ভাৰতৰ ৰাজ্য বিলাক লগলগই শক্তিশালী এখন ৰাজ্য গঠন কৰে। ৰাজধানী পাতে কনৌজত। "ৰাজচেখৰৰ" দিনত ইয়াত আকো সাহিত্যৰ পুনৰ উথান হল। ১১ শতাব্দীৰ আৰম্ভনিতে বিখ্যাত "ভোজৰাজে" উজ্জয়িনীক সাহিত্য শিল্প আৰু কলাৰ মনোমোহা কেন্দ্ৰ কৰে। এওঁ ব্যাকৰণৰ সুবিখ্যাত পণ্ডিত আছিল।

উজ্জ্বল দ্বিপ্তীমন্ত তাৰকাৰে ভাৰতাকাশ যদিও উদ্ভাষিত হৈ



আছিল তথাপি কিছুমান ভিতৰুৱা বেমেজালিয়ে ভাৰতক ভিতৰি দুৰ্ব্বল কৰি পেলালে। ৰাজনীতিতো এই দুৰ্ব্বলতা আছিল। উৎপাদন শক্তিকো হ্ৰাস কৰিলে। এই দুৰ্ব্বলতাৰ কৰাল গ্ৰাসে দক্ষিণতকৈ উত্তৰ ভাৰতক আগেয়ে সামৰি ললে। দক্ষিণাত্যত ভাৰতৰ ৰাজনীতি আৰু সভ্যতাই প্ৰাধান্যতা লাভ কৰিলে। শত্ৰুৰ আক্ৰমনৰ পৰা দক্ষিণ ভাৰত ৰক্ষা পৰি থকাৰ কাৰনেই উত্তৰ-ভাৰতৰ শিল্পী ও সাহিত্যিক দক্ষিণ ভাৰতলৈ আহি শান্তিৰে বসতি কি স্বস্তিৰ নিঃশাস পেলায়।

দক্ষিণভাৰত ক্ৰমান্বয়ে শিল্প সাহিত্য বানিজ্য সকলো ক্ষেত্ৰতেই উন্নতিৰ জখলাত আগুৱাই গল। উন্নত আৰু শৃংখলা বদ্ধ শাসন পদ্ধতিয়ে মানুহৰ মনত শান্তি আনিলে।

অতীজৰে পৰা উত্তৰ ভাৰতেই ভাৰতৰ সকলো ঠাই দখল কৰি আহিছে। উত্তৰ ভাৰত কেইবা খনো সৰু সৰু ৰাজ্যত পৰিণত হ'ল! বেনাৰচ ধৰ্ম্ম আৰু চৰ্চ্চাৰ কেন্দ্ৰ হল। কাশ্মিৰত ব্ৰাহ্মণ আৰু বৌদ্ধ সকলে বহু দিনৰ পৰাই সংস্কৃত চৰ্চ্চা কৰি আহিছে।

বিশ্ববিদ্যালয়ৰ ভিতৰত নলন্দা বিশ্ববিদ্যালয়েই সকলোতকৈ বিখ্যাত আছিল। সেই সময়ত নলন্দা বিশ্ববিদ্যালয়ত শিক্ষা লাভ কৰাটো বৰ গৌৰবৰ কথা আছিল। পোষ্ট গ্ৰেজুয়েটৰ শিক্ষা ইয়াত লাভ কৰিছিল। এই শিক্ষা লাভ কৰিবৰ কাৰণে ইয়ালৈ চীন, জাপান, তিব্বেত, কোৰীয়া, মঙ্গোলীয়া আৰু বুখাৰা আদিৰ পৰা ছাত্ৰ আহিছিল। ধৰ্ম্ম, দৰ্শন আদি শিক্ষা দিয়াৰ উপৰিও নিজ হাতে কৰিব পৰা শিক্ষাও ইয়াত দিয়া হৈছিল। শিল্পবিদ্যা আক ভূতত্ত্বৰ বিষয়ে ইয়াত শিক্ষা লভিছিল। ঔষধ, কৃষি আৰু গৰুৰ চিকিৎসাৰ বিষয়েও ইয়াত শিক্ষা পাইছিল। বিশ্ববিদ্যালয়ৰ শিক্ষাবিদ সকলৰ মেধাশক্তি আলোচনা আৰু তৰ্কৰ যোগেদি প্ৰকাশ কৰিছিল। নলন্দা বিশ্ববিদ্যালয়ৰ মেধাবী সকলেই ভাৰতৰ সভ্যতা আৰু কৃষ্টি দেশ বিদেশত প্ৰচাৰ কৰে। ইয়াৰ উপৰিও বিহাৰৰ ভাগলপুৰত

বিক্ৰমশীলা বিশ্ববিদ্যালয় আৰু কাঠিহাৰত বালাভীতা বিশ্ববিদ্যালয় আছিল।

গুপ্তসাম্রাজ্যৰ দিনত উজ্জয়িনী বিশ্ববিদ্যালয় ভাৰতৰ নামজ্বলা বিশ্ববিদ্যালয়। দক্ষিণাত্যত অম্রাৱতী বিশ্ববিদ্যালয়ো নামজ্বলা বিশ্ববিদ্যালয় হৈ উঠে। সহস্ৰ বছৰৰ ব্যৱধানে আৰু লাহে লাহে হ্রাস পাই অহা ভাৰতীয় সভ্যতাৰ বিয়লি পৰত ভাৰতৰ উজ্জ্বল দিপ্তীমন্ত প্ৰভাত ম্লান হৈ আহিল।

বৌদ্ধ ধৰ্ম্ম আৰু ব্ৰাহ্মনি ধৰ্ম্ম দুয়োটাই পূজা পাতলৰ নিম্ন স্তৰলৈ নামি গৈ নিজৰ নিজস্ব হেৰুৱাই পেলালে। ইয়াৰ ঠাইত অন্যায় আচৰনৰে তান্ত্ৰিকতাই সমাজত ঠাই ললে।

ভাৰতৰ সাহিত্য জগতত ভবভূতিয়েই একেবাৰেই শেষৰ নামজ্বলা কবি। এওঁ অষ্টম শতাব্দীৰ এজন নামজ্বলা গণিতজ্ঞও।

ই, বি হাভেলৰ মতে ভাৰতে ৭ম আৰু ৮ম শতাব্দীত শিল্প বিখ্যাত ডাঙৰ ডাঙৰ মুৰ্ত্তিত ৰং কৰে। ৮মৰ পৰা চতুৰ্দ্দশ শতাব্দীলৈকে ভাৰতৰ শিল্পবিদ্যাৰ উন্নতি হয় আৰু যোলশ শতাব্দীত ক্ৰমান্নয়ে হ্রাস পায়।

৯ম শতাব্দীত দক্ষিণ ভাৰতৰ পৰা একেবাৰেই শেষৰ ঔপনিবেশিকৰ দল যায়। দক্ষিনভাৰতৰ চোলাৰাজ্যই একাদশ শতাব্দীলৈকে বিখ্যাত সাগৰ শক্তিৰূপে পৰিগণিত হয়। এওঁলোকেই শ্ৰীবিজয় দখল কৰে।

সুক্ষ্মভাবে তন্নকৈ তন্নকৈ ফঁহিয়াই চালে দেখা যায় ভাৰতে ক্ৰমান্নয়ে মেধাশক্তি ও উৎপাদন শক্তি হেৰুৱাই আহিছে। এই হ্রাস খুব মন্থৰ গতিত চলি আহি শেষ অৱস্থা পাওতে বহু শতাব্দী লাগিল। ভাৰতৰ শক্তি উত্তৰ ভাৰত উৎপন্ন হয় আৰু দক্ষিণ ভাৰতত শেষত বিয়পে।

কিয় বাৰু ভাৰতৰ ৰাজনীতি আৰু সভ্যতাই এনেদৰে গতি সলাই শুকাই গল? ভাৰতৰ সভ্যতা বহু যুগ ধৰি চলি অহাৰ কাৰনে কিম্বা নতুন ধৰনৰ সভ্যতাৰ ঢৌ অগাপিচাকৈ ভাৰতলৈ অহাৰ কাৰণে এই



গতিৰ বিপৰ্য্যয় ঘটিল নে কি? নতুবা বাহিৰা শত্ৰুৰ আক্ৰমনে এই গতি আগুৰাই যোৱাত বাধা দিলে?

ডাঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণনৰ মতে ভাৰতীয় ৰাজনৈতিক অবনতিয়ে ভাৰতীয় সভ্যতা আৰু কৃষ্টি লুপ্ত হৈ অহাত অৰিহনা যোগায়। ভাৰতৰ সৰু সৰু ৰাজ্য বিলাকৰ শাসনৰ দলাদলিত আৰু জাতি বিভাজনে মূৰ দাঙি সমাজৰ অৱনতি ঘটুৱাত ভাৰতৰ ৰাজনীতিৰ অৱনতি ঘটে।

সভ্যতাৰ পূৰ্ণ স্তৰত ভৰি দিয়া ভাৰতৰ নিচিনা এখন বৃহৎ দেশ ইমান সহজেই যে পৰপদানত পৰি যাব ই সঁচাকৈয়েই ভাবিব লগীয়া কথা। ভাৰতীয় সমাজৰ নানান শিঠিলতা আৰু বেমেজালিয়ে ভিতৰি ভিতৰি ভাৰতক দুৰ্ব্বল কৰি আনিলে। অহৰহ ঘূৰণে যদি জীৱ-জগতৰ জন্ম শক্তি হেৰুৱাই তেন্তে মানবৰ মস্তিস্কয়ো অহৰহ চিন্তাৰ তৰঙ্গত ভাবৰ আঁট হেৰুৱাই পেলাব। ই জানো সম্ভৱ?

সভ্যতাৰ উথান পতনৰ দৃষ্টান্ত আমি বহু পাই আহিছো। ৰোম ৰাজ্যৰ পতনৰ লগে লগে ইউৰোপৰ সভ্যতাৰ পতন হল। উত্তৰ ফালৰ শত্ৰুৰ হাতত পৰাজয় হোৱাৰ আগতেই ৰোম ৰাজ্যৰ ভিতৰি ভিতৰি অৱনটি ঘটিল। ৰোমৰ আৰ্থিক অৱস্থাই এসময়ত যি ভাবে পূৰ্ণাঙ্গ লাভ কৰিলে সি ক্ৰমান্নয়ে ৰসাতলত পৰি গল। বানিজ্য হ্রাস পালে আৰু উন্নত নগৰ ও চহৰ অধোন্নতিয়ে গ্ৰাস কৰিলে। দেশৰ উৎপাদন শক্তিও নোহোৱা হল। ৰোমৰ সম্রাটে অতীতৰ অৱস্থা ঘুৰাই আনিবলৈ বহু চেষ্টা চলালে কিন্তু কৃতকাৰ্য্য নহল। শেষত ৰোম ধ্বংশৰ মুখত পৰিল।

---

## নতুন সমস্যা

### আৰব আৰু মোগল

হৰ্ষবৰ্দ্ধনে উত্তৰ ভাৰতত যেতিয়া এখন শক্তিশালী ৰাজ্য গঢ়ে চীনৰ পৰিব্ৰাজক হীওয়েন্‌চাঙে নলন্দা বিশ্ববিদ্যালয়ত তেতিয়া শিক্ষালাভ কৰি আছিল। আৰব মৰুভূমিত সেই সময়তেই ইচ্‌লাম ধৰ্ম্মৰ উৎপত্তি হয়। হিজ্‌ৰাট্‌ আৰম্ভৰ লগে লগে ৬২২ খৃঃ ত প্ৰফেট হজৰত মহম্মদ মক্কা এৰি মদিনালৈ যাওঁতে ইচ্‌লাম ধৰ্ম্ম দৃঢ়ৰূপে প্ৰতিস্থা হওতে কিছু সময় লাগিল। তাৰ পাচত কিছুমান ঘটনা প্ৰবাহে অসম্ভৱ ভাবে ইচ্‌লাম ধৰ্ম্মৰ বিজয় পতাকা উৰাই পূবে সমগ্ৰ মধ্য এচিয়াকে ধৰি উত্তৰ আফ্ৰিকাৰ গোটেই মহাদেশ আৰু পশ্চিমে ফ্ৰান্স আৰু স্পেইন পৰ্য্যন্ত বিয়পি পৰিল। ৭১২ খৃঃত আৰব সকলে অবৰোধ কৰি ৰখা ভাৰতৰ সিন্ধু প্ৰদেশৰ উত্তৰ-পশ্চিম কোণত ইচ্‌লাম ধৰ্ম্মৰ আবিৰ্ভাব হল। ভাৰতৰ এই খণ্ডক এখন বিৰাট মৰুভূমিয়ে পৃথক কৰি ৰাখিছে। আফ্ৰিকা আৰু ইউৰোপৰ মাজত থকা "জিব্ৰাণ্টৰ" প্ৰণালী পাৰ হৈ আৰব সকল ৭১১ খৃঃ ত স্পেইনত সোমায়। গোটেই স্পেইন দখল কৰি পীৰানীজ পাৰ হৈ ফ্ৰান্সত তুৰট ৭৩২ খৃঃ ত চাৰ্লচ মাৰ্‌টোলে তেওঁলোকক পৰাস্ত কৰে।

ৰাজনৈতিক শক্তিৰূপে ইচ্‌লাম ধৰ্ম্ম ভাৰত সোমাইছিল। ইচ্‌লাম ধৰ্ম্ম ভাৰতত থিতাপী লওতে সময় লাগিল ৰাজনৈতিক ক্ষেত্ৰত জয়লাভ কৰাৰ ৬০০ ছশ বছৰৰ পাচত। আৰবৰ পৰা ভাৰত আহি পাওঁতে এই ধৰ্ম্মৰ ৰূপ বহু সলনি হল।

যাদুমন্ত্ৰৰ দৰে আৰব সকলে উল্লাহতে স্পেইনৰ পৰা মঙ্গোলীয়ালৈকে ইচ্‌লাম ধৰ্ম্ম প্ৰচাৰ কৰে। প্ৰকৃততে এওঁলোক ভাৰতলৈ অহা নাছিল। আৰবৰ সভ্যতা দুৰ্ব্বল হৈ অহাত মধ্য আৰু পশ্চিম এচিয়াত তুৰ্ক্‌ৰ বহু জনজাতি শক্তিশালী হৈ উঠে। এই তুৰ্ক্‌ৰ জনজাতি



আৰু আফগান সকলেই ভাৰতৰ দাঁতিত বসতি কৰি ইচ্‌লাম ধৰ্ম্মক ৰাজনৈতিক শক্তিৰূপে ভাৰতলৈ আনে।

পৃথিবীৰ অতীত বুৰঞ্জীয়ে এই প্ৰতাপশালী আৰব মৰুভূমিৰ বসতি কৰা লোক সকলৰ বিষয়ে একো উল্লেখ কৰা নাই। প্ৰফেট মহম্মদৰ ধৰ্ম্ম বানীত মানবীয়তাৰ ভ্ৰাতৃত্ব বন্ধনত অনুপ্ৰাণিত হৈ প্ৰবল প্ৰতাপী চলন্ত শক্তিৰূপে পৃথিবীত থিয় দিয়ে। আৰব মৰুভূমিৰ বিস্তীৰ্ণ ভূমি খণ্ডত আৰব সত্যতাই বিস্মৃতিৰ বুকুৰ পৰা হঠাতে মূৰ দাঙ্গি উঠিল। ইয়াৰো আগতে ইচ্‌লাম ধৰ্ম্ম পাহৰনিৰ গহ্বৰত ডুবগৈ আছিল। আৰব পণ্ডিতৰ মতে ইচ্‌লাম ধৰ্ম্ম আগৰ কালচোৱাক "জেহীলিয়াত" বা অন্ধকাৰ কালচোৱা বুলিছিল।

আন আন সভ্যতাৰ দৰে আৰব সভ্যতাৰো "চেমিতিক" জাতি, ফিউনিয়ান্ জাতি, ক্ৰেতানচ্‌, কালডীনচ্‌ আৰু হিব্ৰু সকলৰ লগত সমন্ধ ঘটিছিল। ইজ্‌ৰাইল সকল কেথলীক্ কালডীন্চ আৰু আন সকলতকৈ পৃথক আছিল। চেমিতিক সকলৰ লগত ইজৰাইল সকলৰ যুদ্ধ বিগ্ৰহ হয়। ওৱাইমেন সভ্যতৰ পৰাই ইচ্‌লাম ধৰ্ম্ম বিশেষভাৱে গঢ়ি উঠে। প্ৰফেট-মহম্মদৰ সময়ত আৰব ভাষা বৰ উন্নত ভাষা আছিল। পাৰ্শী আৰু ভাৰতীয় শব্দ এই আৰবীয় ভাষাৰ লগত মিহলি। আৰব সকলৰ দৰে ফিউনিচিয়ান সকলেও সাগৰ পাৰ হৈ বেহা বেপাৰ কৰে। দক্ষিণ চীনৰ "কেনতনত" ইচ্‌লাম ধৰ্ম্মৰ আগতে আৰব সকলে উপনিবেশ পাতে।

প্ৰফেট হজৰত মহম্মদে তেওঁৰ অনুগামী সকলক ইচ্‌লাম ধৰ্ম্ম বিলাই উৎসাহ উদ্দীপনাৰে প্ৰচণ্ড শক্তি দিলে। নতুন ধৰ্ম্মৰ পথ প্ৰবৰ্ত্তক হৈ প্ৰফেট মহমম্মদে গোটেই মুছলমান জগততে এটা বিৰাট আলোড়ন তুলি পৃথিবীৰ বুৰঞ্জীৰ পট পৰিবৰ্ত্তণ কৰে। আৰব জগতে যেতিয়া জয়ৰ নিচান উৰায় পশ্চিম, মধ্যএচিয়া আৰু উত্তৰ আফ্ৰিকাৰ ৰাজ্য সমূহৰ অৱনতি ঘটে। উত্তৰ আফ্ৰিকাক বিবাদমন খৃষ্টীয়ান ধৰ্ম্মী সকলৰ ভিতৰত হোৱা গৃহ যুদ্ধই নিশকটীয়া কৰিলে। খৃষ্টীয়ান

ধৰ্ম্ম সেই সময়ত বৰ ঠেক গণ্ডীৰ ভিতৰত আছিল আৰু বিশ্ব ভ্ৰাতৃত্বৰ বন্ধনত আপ্লুত হোৱা ইচ্‌লাম ধৰ্ম্মৰ পৰিপন্থী আছিল। সেই কাৰনেই গোটেই খৃষ্টীয়ান ধৰ্ম্মী সকলক ইচ্‌লাম ধৰ্ম্মই আকৰ্ষণ কৰে। আৰব সকলে তেওঁলোকৰ সভ্যতা সঘনে পৰিবৰ্ত্তন কৰি নতুন নতুন শক্তিশালী ইচলাম ধৰ্ম্মৰ আদৰ্শৰে অনুপ্ৰাণিত হল। "ডামাচকাচত" এওঁলোকে ৰাজধানী পাতি সহজ সৰল জীৱন যাত্ৰাৰ নিয়ম এৰি সচাৰ লগত মিছা যোৰা দি এক সভ্যতা গঢ়ি তোলে। এই সময় চোৰাকেই "আৰব চাইৰীয়ান" সভ্যতাৰ সময়চোৰা বোলে। বাইজেণ্টাইনৰ প্ৰভাবো এওঁলোকৰ ওপৰত পৰে। এওঁলোকৰ সৰহ সংখ্যক মানুহ আহি বাগদাদত উপস্থিত হোৱাত আগৰ ইৰাণ সকলৰ নিয়মত আসক্ত হৈ "আৰব পাৰস্য" সভ্যতা গঢ়ি তোলে। আৰব পাৰস্য সভ্যতাই তেওঁলোকে দখল কৰা ঠাইত প্ৰাধান্য লভে।

আৰব সকলে দেখাত যদিও বহু ঠাই দখল কৰে তথাপি প্ৰকৃততে ভাৰতৰ সিন্ধুপ্ৰদেশ পাৰ হৈ যাব নোৱাৰিলে। ইয়াৰ কাৰণ ভাৰত তেতিয়া শক্তিশালী আৰু আৰবৰ ভিতৰুৱা পৰিস্থিতি দুৰ্ব্বল। সেই কাৰনেই সিন্ধুপ্ৰদেশ বাগদাদৰ কেন্দ্ৰীয় শাসনৰ পৰা স্খলকি পৰে। সিন্ধুপ্ৰদেশ এখন সৰু মুছলমান ৰাজ্যত পৰিণত হয়। আগৰ পৰাই ভাৰত আৰু আৰবৰ মাজত বন্ধুত্ব যোগাযোগ, ৰাজদূত আৰু ভ্ৰমণ-কাৰীৰ দল চলাচল কৰি আছিল! ভাৰতৰ কিতাপ বিশেষকৈ গনিত আৰু জ্যোতিষিশাস্ত্ৰ বাগদাদলৈ আনি আৰবীয় ভাষালৈ অনুবাদ কৰে। বহু ভাৰতীয় চিকিৎচকো বাগদাদলৈ গল। আৰবৰ ব্যৱসায় আৰু সভ্যতা উত্তৰ ভাৰততে আবদ্ধ নাথাকিল। পশ্চিম ভাৰতৰ সাগৰ পাৰত ব্যৱসায়ত দক্ষিণ ভাৰত বিশেষকৈ ৰাষ্ট্ৰকুটে আৰব সকলৰ লগত অংশ গ্ৰহণ কৰে। আৰবৰ লগত এনেভাৱে ভাৰতৰ মিলামিশাই নতুনকৈ গঢ়ি উঠা ইচলাম ধৰ্ম্মক বুজিবলৈ ভাৰতক স্থবিধা দিলে। ইচ্‌লাম ধৰ্ম্ম প্ৰচাৰৰ কাৰণে ভাৰতলৈ খলিফাৰ মিশন আহিল আৰু ভাৰতে এওঁলোকক স্বাগত জনালে।



মুছলমান সকলে ভাৰতত বিনা প্ৰতিদ্বণ্ডিতাই মসজিদ সাজিলে। হিন্দুধৰ্ম্ম আৰু ইচলাম ধৰ্ম্মৰ মাজত কোনো অৰিয়া অৰিৰো সৃষ্টি নহল কাৰণ ভাৰতৰ ধৈৰ্য্য আৰু সহিষ্ণুতাৰে সহ্য কৰা এটা বিষেশত্ব আছে। এনেকৈয়ে ইচ্‌লাম ধৰ্ম্ম ভাৰতত শিপাই পৰিল। ডামাচকাচত ওমেয়া খলিফাই আৰব সাম্ৰাজ্যৰ নতুন ৰাজধানী পাতি অতি সুন্দৰ কৰি তোলে। কিন্তু "আকচীয়া" "খালিফাই ৭৫০ খৃঃত ডামাচকাচৰ পৰা বাগদাদলৈ ৰাজধানী তুলি নিয়ে। এনেভাৱে ভিতৰুৱা দন্‌খৰিয়াল হোৱাত স্পেইন কেন্দ্ৰীয় শাসনৰ পৰা বাদ পৰে। বাগদাদ ৰাজ্যত ক্ৰমান্নয়ে দুৰ্ব্বল হৈ সৰু সৰু ৰাজ্যত পৰিণত হল। "চেলুজক তুৰ্ক্কী" মধ্য এচিয়াৰ পৰা আহি বাগদাদত পৰাক্ৰমী হৈ পৰিল। আব্বাচীয়া খালিফা এওঁলোকৰ নিৰ্দ্দেশত চলিল। আফ্‌গানিস্থানত চুলতান মহম্মদঘাজনী শক্তিশালী হৈ উঠে। এওঁ তৰ্ক্কৰ সুদক্ষ সেনাপতি আৰু যুজাৰু। খলিফাৰ শাসন অমান্য কৰি তেওঁৰ বিপক্ষে এওঁ থিয় দিয়ে।

সেই সময়ত ইউৰোপ মহাদেশ বিজ্ঞান আৰু শিল্পত বহু পিচ পৰি আছিল আৰু "কুৰডুৱা" বিশ্ববিদ্যালয়েহে পোহৰ বিকিৰণ কৰিছিল।

জেৰুজেলম নগৰ উদ্ধাৰ কৰিবলৈ ( Cross ) "ক্ৰচ" আৰু ক্ৰীচেণ্ট ( Cresent ) অৰ্থাৎ গোঙ্গোৰা আৰু তুৰস্কৰ মাজত ৰাজ-পাটৰ কাৰণে ১০৯৫ খৃঃৰ পৰা ১৫০০ বছৰ যুদ্ধ ধৰি চলিল।

ইউৰোপ মহাদেশৰ নব জাগৰণৰ মিলিটেৰী শক্তি "ক্ৰুচেদ" পূব প্ৰান্তৰৰ কাৰনে জাগৃত হল। সুন্দৰ সাহিত্য, সুন্দৰ শিল্প, সুন্দৰ কাৰিকৰী বিদ্যা আৰু কামৰ দক্ষতা এই সকলো শিক্ষা ইউৰোপ মহাদেশে ক্ৰুচেদৰ পৰাই পালে। পীতাৰ হাৰমিতে কিন্তু এই বিলাক ঘৃণা কৰিছিল। ইউৰোপৰ নবজাগৰণ মিলিটেৰী শক্তি বল হ্ৰাস পাই অহাৰ লগে লগে এচিয়া মহাদেশৰ মাজভাগত কিছুমান প্ৰলয়ঙ্কৰ দুৰ্ঘটনা ঘটে। জেঙ্গীচ্‌ খাঁই এচিয়া মহাদেশৰ পশ্চিম প্ৰান্তত ধ্বংসাত্মক অভিজান আৰম্ভ কৰি দিলে।

## জেঙ্গীচ খাঁ

১১৫৫ খৃষ্টাব্দত মঙ্গোলীয়াত জেঙ্গীচ খাঁই জন্ম গ্ৰহন কৰে। ১২১৯ খৃঃত মধ্য এচিয়া শ্মশান ভূমিত পৰিণত কৰিবলৈ এওঁ ধ্বংসাত্মক অভিযান আৰম্ভ কৰে। এওঁ বুখৰা, হেৰাট, বালখ, ডাঙ্গৰ চহৰ দহলাখতকৈয়ো অধিক লোকৰ বসতিস্থল শ্মশান ভূমিত পৰিণত কৰিলে। ৰুচীয়াৰ কিউভলৈকে এওঁ গতি কৰিছিল। বাগদাদ যোৱাৰ পথত নপৰাৰ কাৰনে ৰক্ষা পৰিল। ৭২ বছৰ বয়সত ১২২৭ চনত এওঁৰ মৃত্যু হয়। ১২৫৮ চনত জেঙ্গীচখাঁৰ উত্তৰাধিকাৰী ইউৰোপলৈ যায়। "হুলগাই" বাগদাদ অধিকাৰ কৰে আৰু ৫০০ বছৰ জোৰা বিখ্যাত শিক্ষা আৰু শিল্পৰ কেন্দ্ৰ বাগদাদ ধ্বংস কৰে। এই আক্ৰমনে এচিয়া আৰব আৰু পাৰস্যৰ সভ্যতাত গভীৰ আঘাট কৰে। মঙ্গোলীয়ান সকলৰ সহায়ত আৰব আৰু পাৰস্যৰ সভ্যতা আফ্ৰিকাৰ উত্তৰ অংশ আৰু স্পেইনত ৰল। বাগদাদৰ বহু পণ্ডিত দলে দলে কিতাপ পুথি লৈ কেইৰো আৰু স্পেইনলৈ পলাই গল আৰু নতুন শিক্ষাৰ কেন্দ্ৰ মুকলি কৰে। গ্ৰানাডা ৰাজ্যই ২৫০০ শতাব্দী জুৰি উজ্জল আৰব সভ্যতাৰ কেন্দ্ৰ হল। ১৪৯২ খৃঃত গ্ৰানাডা ৰাজ্য ফাৰ্দ্দিনান্দ আৰু ঈচোবেলাৰ তলতীয়া হল। স্পেইনতো আৰবৰ ক্ষমতা অন্ত পৰিল।

সেই তেতিয়াৰে পৰা কেইৰো আৰব সভ্যতাৰ কেন্দ্ৰ হল আৰু তুৰ্কীৰ তলতীয়া হৈ ৰল। ১৪৫৩ চনত অটমন তুৰ্কই কনষ্টান্টি-নুপোল হস্তগত কৰে আৰু ইউৰোপৰ নবজাগৰণৰ মিলিটেৰী শক্তিৰ জন্মদাতা সকলক মুক্ত কৰে।

মঙ্গোলীয়ান সকলে এচিয়া আৰু ইউৰোপ জয় কৰাৰ কাৰণে যুদ্ধৰ কিছুমান নতুন শিল্পৰ জন্ম হল।

জেঙ্গীচখাঁ সেই সময়ৰ এচিয়া আৰু ইউৰোপৰ এজন সুবিখ্যাত বীৰ। মধ্য এচিয়া আৰু পশ্চিম ইউৰোপ এওঁৰ আক্ৰমনৰ পৰা কানে কান মাৰিয়েহে ৰক্ষা পৰে। এওঁৰ পৰাই ইউৰোপে যুদ্ধৰ কৌশল



বিদ্যা লাভ কৰে। ইউৰোপে এওঁৰ পৰাই খাৰ বাৰুদৰ ব্যৱহাৰ শিকে।

মঙ্গোলসকল ভাৰত জয় কৰিবলৈ অহা নাছিল। সিন্ধুনদীৰ পাৰত থাকি ইফালে সিফালে ৰাজ্য জয় কৰিছিল। বিশাল এচিয়া পতন হৈ সৰু সৰু ৰাজ্যত পৰিণত হয়। ১৩৬৯ খৃঃত মাকৰ জৰিয়তে তুৰ্কৰ টাইমূৰে জেঙ্গীচখাঁৰ পথকে অনুসৰণ কৰে। এওঁ বাৰে বাৰে ভাৰতবৰ্ষ আক্ৰমন কৰে। চুমাৰকন্দ এওঁৰ ৰাজধানী। জেঙ্গীচখাঁৰ মৃত্যুৰ পাচত তেওঁৰ উত্তৰাধিকাৰী সকল শান্তিপ্ৰিয় আৰু কৃষি শিল্পত মনোযোগ দিয়ে। এনে পৰিবেশৰ ভিতৰতেই টাইমূৰৰ বংশধৰ সকলৰ জন্ম হয়। বাবৰেই ভাৰতত প্ৰথমে মোগল সাম্ৰাজ্য স্থাপন কৰে। ১৫২৬ খৃঃত এওঁ দিল্লী অধিকাৰ কৰে।

জেঙ্গীচখাঁ মুছলমান নাছিল। এওঁৰ নামাকৰণ চাই সকলোৱে মুছলমান বুলিয়েই ভাবে। কাৰণ ইচ্‌লাম ধৰ্ম্মৰ লগত এওঁৰ নামতো খাপ খোৱা। এওঁ পালন কৰা ধৰ্ম্মৰ নাম "সম" ধৰ্ম্ম। এই ধৰ্ম্ম স্বৰ্গীয় ধৰ্ম্ম। "সম" শব্দ এটা আৰব শব্দ বৌদ্ধ সকলে ব্যৱহাৰ কৰিছিল। ইয়াক "সমানি" ধৰ্ম্মও বোলে। এই শব্দ সংস্কৃত শ্ৰাৱন শব্দৰ পৰা আহিছে। বৌদ্ধ ধৰ্ম্মৰ গৌৰব লাঘব কৰি এই "সম" ধৰ্ম্ম এচিয়াৰ বহু ঠাই বিয়পি পৰিল। শেষত মঙ্গোলীয়া পালেগৈ। জেঙ্গীচখাঁ এই ধৰ্ম্মৰ প্ৰভাবতেই বোধহয় বিখ্যাত হৈ উঠিল। এই "সম" ধৰ্ম্ম এতিয়াও "আৰ্কটিক চাইবেৰীয়া, মঙ্গোলীয়া, তান্নতুৱা আৰু মধ্য ছভিয়েট ৰুচীয়াত চলি আছে। আত্মা বা ভূতৰ ওপৰত নিৰ্ভৰ কৰিহে এই ধৰ্ম্ম চলিছে। বৌদ্ধ ধৰ্ম্মৰ লগত এই ধৰ্ম্মৰ কোনো সম্বন্ধ নাই। তীব্বেত দেশ বৌদ্ধ ধৰ্ম্মৰ অনুগামী। নিজৰ বিশ্বাস অনুযায়ী বৌদ্ধ ধৰ্ম্মৰ ভেটিতে "লামা" ধৰ্ম্মৰ নাম ললে। মঙ্গোলীয়াইয়ো বৌদ্ধ ধৰ্ম্মৰ সংমিশ্ৰনতে তেওঁলোকে পালন কৰা ধৰ্ম্মক "সম" বা "সামানি" ধৰ্ম্মলৈ ৰূপান্তৰিত কৰে। মধ্য এচিয়াৰ পৌৰাণিক ইতিহাসত চাৰিজন

